# চিন্তা-কলি



ৰচক

৺সত্যনাথ বৰা ।






বেচ ২৲ ছুটকা মাথোন

# পাতনি ।

ৰচোঁতাই এই পুথি মৃত্যুৰ বহুতদিন আগেয়ে যুগুত কৰি ৰাখিছিল। এই পুথি যুগুত কৰাৰ পাছতহে বহল ব্যাকৰণ ৰচনা কৰে। এই পুথি তেতিয়া কিয় প্ৰকাশ কৰা নাছিল ইয়াৰ কাৰণ আমি যিমানখিনি ধৰিব পাৰিছোঁ, সিজনাৰ আৰু কিছুমান এনে ধৰণৰ প্ৰবন্ধ লিখি পুথিৰ আকাৰ বঢ়াবৰ মন আছিল, তেনে প্ৰবন্ধ এটিৰ আঁচনিও এই হাতে লিখা পুথিৰ শেহত আমি পাইছোঁ। পুথিৰ নাম সিজনাই "চিন্তা-কলি" থৈছিল, কিন্তু নামটো সিজনাৰ মনত লগা নহল বুলি আমাক কৈছিল। নিজে এই পুথি প্ৰকাশ কৰিবলৈ পোৱাহেঁতেন কি জানি নাম সলালেইহেঁতেন। সি যি কি নহওক সিজনাই থোৱা নামেই পুথি প্ৰকাশ কৰা হল। পুথিৰ কেইটামান প্ৰবন্ধ তাহানি জোনাকী আৰু বাঁহীত প্ৰকাশ হৈছিল। সিজনা স্বৰ্গী হবৰ আজি প্ৰায় দহ বছৰ হল নানা বেমেজালিত ইমান দিনে পুথি প্ৰকাশ কৰিব পৰা নহৈছিল, সেই বাবে ৰাইজৰ আগত ক্ষমা মগা হৈছে।

ৰচোঁতাৰ অভাজন পুত্ৰদ্বয়।

১৮৭১ শঁক

শ্ৰীঅম্বিকানাথ বৰা।

শ্ৰীজ্ঞাননাথ বৰা।

# চিন্তা-কলি।



## সংসাৰ প্ৰবাহ।

দূৰৈৰ পৰ্ব্বত বিতোপন। তাৰ অতলস্পৰ্শী গহ্বৰ, বিকটাকৃতি প্ৰস্তৰ, ভয়ঙ্কৰ সিংহ বাঘ আদি জন্তুচয়, সকলোৱে শৈলজ তৰু লতাৰ শ্যামল পল্লবৰাশিৰ মুখা লৈ মোহিনী মূৰ্ত্তি ধৰি থাকে। সংসাৰৰ বিপদৰাশিয়েও সেইৰূপে মনোৰম মুখা পিন্ধি, গাৰ আঁৰত সিহঁতৰ বিকট মুখ লুকাই থয়। এই নিমিত্তে দূৰৈৰ পৰা চালে সংসাৰো অতি বিতোপন দেখি। পূৰ্ব্বাপৰ পণ্ডিতবিলাকে সংসাৰক সাগৰেৰে সৈতে তুলনা কৰি গৈছে। কিন্তু সংসাৰৰ এই বিনন্দীয়া মূৰ্ত্তি দেখিলে তুলনাটি কেৱল বাতুল কবিৰ ভুল কল্পনা যেন বোধ হয়। কাৰণ, সংসাৰ আয়তনত সাগৰ সদৃশ হলেও তাত ভীষণ লহৰি নাই, খৰতৰ সোঁত নাই, গগনভেদী হুঙ্কাৰ নাই, ভয়ঙ্কৰ গ্ৰাহ বা বিকটাকৃতি কুম্ভীৰ নাই, চাকনৈয়া নাই, ওভতনি নাই। সংসাৰ কেৱল সম্ভোগৰ উপবন, আনন্দৰ নন্দন

কানন, সুখৰ কোমল শয্যা যেন বোধ হয়। মুখাৰ গুণত তাৰ যথাৰ্থ ৰূপ দেখা নাযায়। সংসাৰৰ লহৰি, সংসাৰৰ সোঁত, সংসাৰৰ গ্ৰাহ-কুম্ভীৰ আদি বৈৰীবোৰ সকলোৱে মুখা পিন্ধি মোহিনী ৰূপ ধৰি থাকে! তাত শত্ৰুৱে মিত্ৰৰ ভাও দিয়ে, সঙ্কটে সুচলৰ ভাও দিয়ে, বিপদে সম্পদৰ ভাও দিয়ে। সেই নিমিত্তে নতুন যাত্ৰীয়ে সংসাৰত ভয়ৰ কোনো কাৰণ দেখিবলৈ নাপায়; মোহিনী মুখাৰ ভাণ্ডনাত ভোল গৈ, হিতাহিত জ্ঞান হেৰুৱাই, সংসাৰৰ আচল স্বভাৱৰ প্ৰতি অন্ধ হৈ, উত্ৰাৱল চিত্তে, বিনা সম্বলে, তাত জপিয়াই পৰে, আৰু অমূৰ্ত্তক সোঁতত পৰি বায়ুবেগে সিপাৰলৈ যাবলৈ ধৰে। তেতিয়া তাৰ জ্ঞান-নেত্ৰ মেল খায়, আৰু দেখে যে, সংসাৰৰ সেই বিতোপন ৰূপ নাই, সংসাৰ আনন্দৰ নন্দন কানন নহয়, সাগৰৰ নিচিনা সিও সঙ্কটৰ চাকনৈয়া, বিপদৰ বেমেজালি। তাতো লক্ষ লক্ষ পৰ্ব্বত সদৃশ লহৰিয়ে ভৈৰব হুঙ্কাৰ ছাৰি, ইপাৰ-সিপাৰ বাগৰি খলকনি লগাইছে। তাত কুম্ভীৰ ঘঁৰিয়ালৰ লেখ নাই, সন্ধি সঙ্কটৰ সীমা নাই। তাত সুচল নাই, সম্পদ নাই। সুহৃদে মুখা পেলাই বৈৰীৰ মূৰ্ত্তি ধৰে, আৰু সুচলে অসুচল হৈ কদৰ্থনা কৰে। তেতিয়া যাত্ৰীৰ জ্ঞানৰ দীপ্তি জ্বলি উঠে। তেতিয়া সি মুখ আৰু মুখাৰ প্ৰভেদ দেখিবলৈ পায়। কিন্তু হাঁয়! তেতিয়া আৰু উপায় নাই, তেতিয়া জীৱনৰ গধূলি, আয়ুস-ৰবি ক্ৰমে অস্ত গৈ আছে, ভুল শুধৰাবৰ সময় নাই। তেতিয়া যাত্ৰী বিমোৰ হৈ চাৰিও

ফাল আন্ধাৰ দেখে। শেষত যাতনাত জুৰুলা হৈ, বিষাদত বিমৰিষ হৈ, হেলাই—হেপাই, সি সিপাৰ উঠে, আৰু ক্ষীণ সুৰে ইপৰীয়াক ৰিঙ্গিয়াই কয়, 'হে মানৱসকল! সাৱধান হবা, সংসাৰৰ মোহিনীত পৰি যেন ভোল নোযোৱা।' কিন্তু ইপৰীয়াৰ কাণ গধুৰ। সংসাৰৰ মোহিনীত পৰি, চকু-কাণ বৰ্জ্জিত হৈ, সেই সতৰ্কবচন উপলব্ধা কৰি, লাখে লাখে, জাকে জাকে, সংসাৰত জাপ দি বুৰ যাব লাগিছে। আৰু সেইদৰে ৰিঠা-দগৰণি খাই যাতনা ভুঞ্জি সিপাৰ হৈ, ইপৰীয়াক ৰিণিকি-ৰিণিকি ৰিঙ্গেৰে অতোৱাল কৰিছে। সংসাৰৰ এইটো চিৰবাহী গৰল প্ৰবাহ।

গৰল প্ৰবাহৰ যাত্ৰীবিলাক স্বভাৱত শিশুৰ নিচিনা। শিশুৱে সুন্দৰ দেখি ফেঁটীৰ ফেণাত হাত বুলায়, সুন্দৰ দেখিলে বিহ ফলতো মুখ দিয়ে। সেইদৰে এই শ্ৰেণীৰ যাত্ৰীবিলাকেও বাজৰ লাৱণ্যত মোহিত হৈ বস্তুৰ আচল প্ৰকৃতি চিনিব নোৱাৰে। ফলত সিহঁতে পৰম বৈৰীক সুহৃদ জ্ঞান কৰি অন্তত অনন্ত নিকাৰ ভুঞ্জে। কিন্তু সেইবাবে সংসাৰ কেৱল গৰলময় বুলি বিবেচনা কৰা উচিত নহয়। অময়া সুখৰ উপকৰণো তাত উপচি আছে। যদিচ এঠাইত দাৰিদ্ৰ্যৰ হিয়া বিদাৰক জুৰুলা মূৰ্ত্তি দেখিবলৈ পোৱা যায়, সেইদৰে আকৌ ঐশ্বৰ্য্যৰ মোহন মূৰ্ত্তিৰো তাত অভাৱ নাই। এঠাইত ৰুগীয়াৰ কৰুণ বিননি শুনিবলৈ পালেও, এঠাইত বলিষ্ঠ মল্লৰ আস্ফোট দম্ভালি দেখিবলৈ পোৱা যায়। সংসাৰ বহুৰূপী।

তাত যেনে বিষাদৰ বিননি আছে, তেনে আনন্দৰ কিৰিলিও আছে, বিপদৰ কাঁইটনি আছে, সম্পদৰ ফুলনি আছে। ই উত্তম আৰু অধমৰ মিলন ভূমি, আনন্দৰ আৰু বিষাদৰ ওভতনি। ইয়াৰ এক দিশত হাঁহাকাৰ ৰোল, এক দিশত উৎস্বৱৰ জয়ঢোল শুনা যায়। দোষ কেৱল যাত্ৰীৰ। কোনো যাত্ৰীৰ জয়ঢোল মিলে, কোনো যাত্ৰীৰ হাঁহাকাৰ মিলে। যাত্ৰীৰ বিদ্যা বুদ্ধি বা প্ৰবৃত্তি অনুসৰি সংসাৰ অমৃতময় বা গৰলময় হয়। সংসাৰ যাত্ৰী এটাইবিলাক শিশুৰ নিচিনা নিৰ্ব্বোধ নহয়। সকলোৱে সংসাৰৰ মোহিনী মূৰ্ত্তি দেখি তাৰ সন্ধি সঙ্কটৰ প্ৰতি অন্ধ নহয়। এভাগে যদিও উতনুৱা স্বভাৱৰ গুণত নিঃসম্বলে সংসাৰ প্ৰবেশ কৰি যাতনা জীয়াতু লাভ কৰে। এভাগে আকৌ সংসাৰৰ পাৰত বহি তাৰ আও-ভাওৰ ভূ-ভা লৈ, সাৱধানে সসম্বলে সংসাৰ প্ৰবেশ কৰে, আৰু জীয়াতুৰ সলনি অমৰ্য্যা সুখ সম্পদ লাভ কৰে। এই শ্ৰেণীৰো অলেখ যাত্ৰীয়ে জাকে জাকে সততে সংসাৰত খোৱা দিব লাগিছে, আৰু সুকলমে সংসাৰ তৰি ইপৰীয়াক জগৎভেদী সুৰে ৰিঙ্গিয়াই কব লাগিছে যে সংসাৰ সুখৰ আলয়, সাৱধানে চলিলে যাতনাৰ কোনো শঙ্কা নাই। এইটো সংসাৰৰ চিৰবাহী অমৃত প্ৰবাহ। অমৃত আৰু গৰল এই দুই প্ৰবাহেৰে সংসাৰ গঠিত হৈছে।

সংসাৰৰ গৰল ধাৰটো গুচাবলৈ অমৃত পথৰ মনুষ্যই আদিৰ পৰা পুৰুষাৰ্থ কৰিছে। কিন্তু ধাৰৰ ভ্ৰুভঙ্গি নাই।

সি আদিৰ প্ৰতাপে, আদিৰ পৰাক্ৰমে, কেনে কোটোকাৰে এই পৰিমিত বৈ আছে। বেদ, উপনিষদ, শ্ৰুতি, স্মৃতি, ভাগৱত, পুৰাণ ইত্যাদি নানা বিধেৰে ভেটা দিয়াটো ধাৰৰ গতি ৰোধ নহল। শিক্ষাদাতা, দীক্ষাদাতা, সমাজ, সম্ৰাট সকলোৱে গৰল ধাৰৰ হাতত পৰাজয় মানিছে। সি বেদ বেদাঙ্গ, শিক্ষা দীক্ষা, সকলোকে তল পেলাই অমূৰ্ত্তক বেগে চলিব লাগিছে। গৰল প্ৰবাহৰ আচৰিত ক্ষমতা, অহোপুৰুষাৰ্থ কৰিও মানুহে তাৰ গৰলৰ হাত এৰাব পৰা নাই। জীৱনৰ উদয়ৰপৰা অস্তলৈকে মানুহে কেৱল তাৰেই মন্ত্ৰ শিক্ষা কৰে, তাৰেই বুদ্ধি পাওে, শৈশৱ কালত অধ্যাপকে শিক্ষা দিয়ে, যৌৱনত গুৰুৱে দীক্ষা দিয়ে; তদুপৰি ৰজা আৰু সমাজ উভয়েই নানাবিধ কঠোৰ বিধি ব্যৱস্থা কৰি সততে শাসন কৰে। তদপি নিৰ্গত মানুহে গৰল নেৰে। বেদৰ বচন, ৰজাৰ শাসন, ভাগৱত পুৰাণৰ দৃষ্টান্ত একোৱে তাৰ প্ৰবৃত্তি লৰাব নোৱাৰে। হাজাৰ উপদেশ দিলেও, হাজাৰ শাস্তি পালেও, চোৰে কদাপি চুৰি নেৰে, হিংসকে হিংসা নেৰে, শঠে শঠালি নেৰে। সিহঁতে প্ৰবৃত্তিৰ চহনিত ভোল গৈ, শিকনি বুজনি ঠেলি থৈ, অমৃতক আওহেলা কৰি গৰলত মুখ দিয়ে।

আগতে কোৱা হৈছে যে, যাত্ৰীৰ প্ৰবৃত্তি অনুসৰি সংসাৰ অমৃতময় বা গৰলময় হয়। যাত্ৰীৰ প্ৰবৃত্তি সজ হলে সি অমৃত লাভ কৰে, আৰু অসজ হলে গৰল লাভ কৰে। কিন্তু

সংসাৰত অসজ প্ৰবৃত্তিৰ সেৱক সৰহ। অসজ প্ৰবৃত্তিক দুৰ্জ্জয় প্ৰতাপ। সি সমস্ত জীৱনৰ সঞ্চিত জ্ঞান একে মুহূৰ্ত্ততে লয় কৰে। অসজ প্ৰবৃত্তিয়ে অমৃতময় সংসাৰত গৰল ঢালিলে, সি সুখৰ স্বৰ্গত অসুৰৰ নিচিনা হৈ ঘৰ নিৰন্তৰে দুখ বিলালে, আনন্দৰ উপবনত জুই জ্বলালে। আদিৰপৰা অসজ প্ৰবৃত্তিয়ে মানুহৰ ওপৰত ইমান উপদ্ৰৱ উদ্ভগুালি কৰিছে যে, তাক সমূলে ধ্বংস কৰিবলৈ অনেক মন্ত্ৰণা কৰা হৈছিল। সেই মন্ত্ৰণাৰ অনুষ্ঠানত অনেক মানুহে পিতৃ, মাতৃ, ভাই, বন্ধু, প্ৰিয়জন পৰিত্যাগ কৰি, গৃহৰ সলনি গিৰি গহ্বৰত বাস লৈ, কঠোৰ তপস্যাত মগ্ন হৈছিল, আৰু সাংসাৰিক সুখৰ আশাত জলাঞ্জলি দি, অৰণ্যত প্ৰাণ এৰিছিল। তেওঁলোকে ভোক, পিয়াহ, তাপ, শীত সকলোকে ইতিকিং কৰি, আত্ম-নিৰ্য্যাতন ব্ৰত ধৰি, কেৱল প্ৰবৃত্তি নাশনত প্ৰবৃত্ত হৈছিল। কিন্তু তদপি সেই কাৰ্য্যত নিখুঁতীয়াকৈ কৃতকৃত্য হব নোৱাৰিছিল। বৰ্ত্তমান কালতো এই পথৰ সেৱক নিচেই কম নহয়। কঁকালত বাকলি, মূৰত জটা, এনেকুৱা মানুহ এতিয়াও বহুত দেখা যায়। এওঁলোকে প্ৰবৃত্তিৰ দণ্ডি এৰাবলৈ এনেকুৱা ভেশ ধৰে। কিন্তু সকলো চেষ্টা নিষ্ফল। প্ৰবৃত্তিৰ গতি, প্ৰবৃত্তিৰ শক্তি, পূৰ্ব্বৰ সদৃশ আজিও অটুটভাৱে চলিব লাগিছে। ফলত জটা ধাৰীৰ জটা, আৰু বাকলিবসনৰ বাকলিয়েই সাৰ হৈছে। আচল কথা, অসজ প্ৰবৃত্তি সমূলে ধ্বংস কৰি সংসাৰৰপৰা গৰল প্ৰবাহ নিৰ্ম্মূল

কৰি, কেৱল অমৃত ৰাজ্য বিস্তাৰ কৰা অসম্ভৱ। লোভ, মোহ, কাম, ক্রোধ আদি বৃত্তিবোৰ অসজ প্রবৃত্তিৰ আলু। এই আলু উভালি পেলোৱা অতিশয় দুষ্কৰ, আৰু সংসাৰ যাত্রীৰ পক্ষে নিতান্ত অনুচিত। যদিচ এই বৃত্তিবোৰ ৰিপু নামেৰে প্রখ্যাত, সংসাৰত সিহঁতৰ নিগূঢ় সকাম আছে, সকাম নাথাকিলে কদাপি সিহঁতৰ উদ্ভৱ নহলহেঁতেন। বিশ্বপতি পৰমেশ্বৰে বিশ্বত একপদো আলাগতীয়া বস্তু স্রজন কৰা নাই। সংসাৰ-সমৰত এই ৰিপুবোৰে মিত্রৰ পাল সাধে। শাসন কৰ্ম্মত ক্রোধৰ প্রয়োজন, আৰু আৰ্জ্জন কৰ্ম্মত লোভৰ প্রয়োজন হয়। এইদৰে বিবিধ কৰ্ম্মত সকলো বিধ বৃত্তিৰ প্রয়োজন আছে। সিহঁতক বিনাশ কৰিলে সেইসকল কৰ্ম্ম সাধিবলৈ অস্ত্রৰ অভাৱ হয়। সুকলমে জীৱন নিৰ্ব্বাহ কৰিবলৈ যেনে হস্ত পদ আদি অঙ্গ-বোৰৰ প্রয়োজন, তেনে লোভ মোহ আদি বৃত্তিবোৰৰো প্রয়োজন। হস্ত, পদ শাৰীৰিক অঙ্গ, লোভ, মোহ মানসিক অঙ্গ, অৰ্থাৎ বৃত্তি। পিচে কোনো সময়ত হাতে অযুগুত কৰি অপায় মিলালে, মানুহে হাত ছেদি নিহতুৱা নহয়। সেইদৰে কোনো এটা বৃত্তিয়ে অন্যায় কৰি আপদ আনিলে তাক নিৰ্ম্মূল কৰা উচিত নহয়। অসজ প্রবৃত্তি সম্বন্ধে যিৰূপ ব্যৱস্থা, গৰল প্রবাহ সম্বন্ধেও সেইৰূপ ব্যৱস্থা। সংসাৰ গৰল বিধাতাৰ সৃষ্ট বস্তু। সি জল আৰু বায়ুৰ নিচিনা জগতৰ অবিনাশী উপকৰণ। গৰলেৰে সৈতে ৰিজাই নাচালে

অমৃত-মাধুৰীৰ উপলব্ধি নহয়। দুখেৰে সৈতে বিজাই নাচালে সুখৰ সোৱাদ বুজিব নোৱাৰি। সেই দেখি মনুষ্যৰ মনত সুখ দুখৰ যথার্থ জ্ঞান ওপজাবলৈ জগতৰ গৰাকীয়ে সংসাৰত গৰল আৰু অমৃত উভয়ৰে বিধান কৰিছে। এতেকে সংসাৰ গৰল একেবাৰে নির্ম্মূল কৰা অসাধ্য, আৰু তালৈ যত্ন কৰাও অনুচিত। এই নিমিত্তে জ্ঞানী সংসাৰ যাত্ৰীবিলাকে গৰল নির্ম্মূল কৰিবলৈ চেষ্টা নকৰি তাৰ তেজ কমাবলৈ চেষ্টা কৰে, কিয়নো নিস্তেজ হলে গৰলে উপদ্ৰৱ কৰিব নোৱাৰে।

অসজ বৃত্তিবোৰ শাসনৰ অধীনত ৰাখিব পাৰিলে গৰলৰ তেজ হ্রাস হয়। বৃত্তি নাশন যদিচ দুষ্কৰ, বৃত্তি শাসন দুষ্কৰ নহয়। অনেক মানুহে শাসনত কৃতকার্য্য লাভ কৰি সংসাৰত সুখে সুকলমে জীৱন কটাইছে, আৰু অমৃত প্ৰবাহৰ বৃদ্ধি সাধন কৰিছে। পৰিমিত ব্যৱহাৰ বৃত্তি শাসনৰ গূঢ় মন্ত্ৰ। পৰিমিত মথনত সমুদ্ৰৰপৰা অমৃত নিঃসাৰিত হৈছিল, কিন্তু উগ্ৰ মথনত গৰলৰ উৎপত্তি হল। কোনো বস্তুৰেই উগ্ৰ ব্যৱহাৰ কৰিব নোৱাৰি, কৰিলে তাৰ বিষময় ফল ফলে। বিশ্বৰ গৰাকীয়ে মনুষ্যক নানা তৰহৰ সামগ্ৰী দান কৰিছে, আৰু সামগ্ৰীবোৰৰ পৰিমাণ অক্ষয় অব্যয় কৰি দিছে। কিন্তু সিহঁতৰ ব্যৱহাৰ সম্বন্ধে এটা অলঙ্ঘ্য সীমা বান্ধি থৈছে। সেই সীমা ইচ্ছাত বা অনিচ্ছাত, ভুলত বা ভ্ৰান্তিত অতিক্ৰম কৰিলেই তদ্দণ্ডে তাৰ দণ্ড মিলে। এই দণ্ডই সংসাৰৰ গৰল। বৃত্তিও ঈশ্বৰৰ দত্ত বস্তু, তাৰ ব্যৱহাৰ সম্বন্ধেও এটি

অপৰিবৰ্ত্তনীয় অখণ্ডনীয় সীমা নিৰ্ধাৰিত কৰি দিছে। সেই সীমাৰ ইপাৰত অমৃত, আৰু সিপাৰত গৰল প্ৰবাহ। যি সীমাৰ ভিতৰত থাকে, সি অমৃত পায়, আৰু যি সীমা উলঙ্ঘি যায়, সি গৰল প্ৰবাহত পৰে। সীমাৰ ভিতৰত থাকিবৰ একমাত্ৰ উপায় জ্ঞান। অমৃত পথৰ মানুহে সংসাৰত পাৰি দিবৰ আগে জ্ঞান যতনাই লয়। জ্ঞান বুদ্ধি সংসাৰ যাত্ৰাৰ সম্বল, তাক যুগুত নকৰাকৈ সংসাৰত বাতুলৰ নিচিনা জাপ দিয়া উচিত নহয়। সংসাৰ ভ্ৰমণ মনুষ্যৰ অখণ্ডনীয় বাসনা। এতেকে তাক ধেমালিৰ কথা বুলি বিবেচনা কৰা অনুচিত। কোনো ডাঙ্গৰ কামত হাত দিবৰ আগেয়ে মানুহে নানাবিধ মঙ্গলাচৰণ কৰে, নানাবিধ আয়োজন কৰে। সংসাৰ প্ৰবেশ ৰবিৰ তলত এটা গুৰুতৰ কাম। উচিত আয়োজন নকৰাকৈ সেই কামত হাত দিলে অসংখ্য বিপদৰ মুখত পৰিব লাগে। তেনে মানুহক সংসাৰে মুখা পিন্ধি ছলিব পাৰে।

ধন অমৃত প্ৰবাহৰ এটা ভূমুক। ধনেৰে সংসাৰসুলভ সকলো সম্পদ কিনি লব পাৰি। কিন্তু ধন গৰল প্ৰবাহৰো এটা প্ৰধান ভূমুক। ধনৰপৰা যেনে সম্পদৰ উদয় হয়, তেনে নানাবিধ বিপদৰো উদয় হয়। কুচিন্তা, কন্দল আৰু ভয় ধনৰ লগৰীয়া। অত্যাচাৰ, উৎপীড়ন ধনীৰ ধৰ্ম্ম। ধনে দৈন্য হৰণ কৰে সঁচা, কিন্তু অকল দৈন্যই সংসাৰৰ গৰল নহয়। সংসাৰ গৰল নানাবিধ আকটা উপাদানেৰে নিৰ্ম্মিত। গৰল প্ৰবাহ অসংখ্য সুঁতিৰ সমষ্টি। ধনে সেই সুঁতিবোৰৰ এটা

গুচাই, তাৰ থলত সহস্ৰটা যোগ দিয়ে। কিন্তু শাসিত বৃত্তিৰে সৈতে গোটে খাই ধনে নিভাঁজ অমৃত উৎপাদন কৰিব পাৰে। ধনীৰ প্ৰবৃত্তি ভাল হলে সি নিজৰ আৰু আনৰ দুখ হৰণ কৰি অমৃত বিস্তাৰ কৰিবলৈ পাৰ্গত হয়। এতেকে ধনীৰ পক্ষেও বৃত্তি শাসন নিতান্ত প্ৰয়োজন। কেৱল ধন উপাৰ্জ্জনৰ উপায় শিক্ষা কৰিলেই অমৃত লাভ নহয়। অমৃত-পথৰ লোকে অৰ্থকৰী বিদ্যা আৰু গৰলহাৰী জ্ঞান উভয়কে যতনাই লৈহে সংসাৰত খোৱা মেলে।

# মানৱ মহত্ত্ব।

মনুষ্য মৰণশীল। কিন্তু কেজনমানে মৰণক জয় কৰি অমৰত্ব লাভ কৰিছে। মৃত্যুৰ সংহাৰিণী শক্তিয়ে তেওঁ লোকক পৃথিবীৰপৰা নিৰ্ম্মূল কৰিব পৰা নাই। তেওঁলোক অদ্যাপি মনুষ্য-সমাজৰ ধৰণি-শিলা, আৰু আত্মাৰ জগতৰ-ধ্ৰুৱ-তৰা স্বৰূপে বিদ্যমান আছে। তেওঁলোকৰ শৰীৰ পতন হৈছে সঁচা, কিন্তু নাম, যুগমীয়া কীৰ্ত্তিৰ যহত যুগ-যুগান্তলৈকে পৰি থাকিব। তেওঁলোকৰ জ্ঞানৰ তেজোময় ৰশ্মিয়ে অলেখ আত্মাৰ হৃদয় ফৰকাল কৰিছে, অনেক অন্ধলোক চকু দান দিছে। তেওঁলোকৰ মহিমাই, তেওঁলোকৰ ক্ষমতাই জগতবাসীৰ হৃদয় অধিকাৰ কৰিছে, তেওঁলোকৰ মুখৰ বচন জগতবাসীৰ মুখৰ বচন হৈছে, তেওঁলোকৰ মনৰ চিন্তা জগতবাসীৰ মনৰ চিন্তা হৈছে। মানুহে এই সংসাৰ সাগৰৰ চাকনৈয়াত পৰি উৱাদিহ হেৰুৱালে, সেই মহাপুৰুষ কেইজনে হাতত ধৰি লৈ সিহঁতক গন্তব্য ঠাইলৈ বাট দেখুৱাই নিয়ে। এই কেইজন লোক জগতত মহৎ লোক বুলি প্ৰখ্যাত। এওঁলোক মানৱ মহত্ত্বৰ উচ্চতম আহি। এই আহিৰ মহত্ত্ব অতিশয় দুৰ্লভ, সকলোৱে ইয়াৰ গৰাকী হব নোৱাৰে। ই যেনে জগতৰ ভিতৰত উচ্চতম পদ, ইয়াক লাভ কৰাও তেনে গুৰুতৰ কাম। উৎকট যত্ন, উৎকট প্ৰয়াস প্ৰয়োগ কৰিহে দুই চাৰি জনে

এনেকুৱা মহত্ত্ব আয়ত্ব কৰে। এই নিমিত্তে মহৎলোকৰ সংখ্যা পৃথিবীত ইমান কম। আদিৰ পৰা আজিলৈকে লেখ কৰিলে মহৎ লোকৰ সংখ্যাই এযোৰ আঙ্গুলি পাৰ নহয়। ধন বা বিদ্যাৰে মহত্ত্ব কিনিব নোৱাৰি। পৃথিবীত অৰ্ব্বুদ ধনৰ অধিকাৰী বহুত আছে, কিন্তু তেওঁলোকৰ এজনো জগতত মহৎ বুলি খ্যাত হব পৰা নাই। সেইদৰে বিদ্যাৱন্তৰ সংখ্যাও পৃথিবীত অলপ নহয়, কিন্তু তেওঁলোকেও বিদ্যাৰ বলত মহত্ত্ব পদ লাভ কৰিবলৈ সক্ষম হোৱা নাই। নামজ্বলা মহাপুৰুষ কেইজনৰ জীৱনীলৈ চকু কৰিলেও দেখা যায় যে, তেওঁলোকে ধন বা বিদ্যা বা ক্ষমতা আদি আহিলাৰ উপযোগত মহত্ত্ব পদ লাভ কৰা নাছিল। কাৰণ তেওঁলোকৰ এজনো উজ্জ্বল পণ্ডিত বা প্ৰৱল ধনী নাছিল। মহত্ত্ব এটা আপুৰুগীয়া বিভূতি, ই অতিশয় দুৰ্গম ঠাইত স্থাপিত হৈছে। মহামূল্য ৰত্নবোৰ ভয়ঙ্কৰ সমুদ্ৰৰ গৰ্ভতহে নিহিত আছে। ধনশ্ৰেষ্ঠ মণি কালান্তক ফণীন্দ্ৰৰ ফণাতহে স্থাপিত হৈছে। সেই মণি বা ধন লাভ কৰিবলৈ কঠোৰ যত্ন, কঠোৰ তপস্যাৰ প্ৰয়োজন হয়।

মহৎ লোকবিলাকৰ জীৱন বৃত্তান্তলৈ মন কৰিলে এই উপলব্ধি হয় যে, তেওঁলোকৰ হৃদয় আৰ্চিৰ নিচিনা নিৰ্ম্মল আছিল। কাম, ক্ৰোধ, লোভ, মোহ আদি কুবৃত্তিৰ কলঙ্কই তাত ঠাই নাপাইছিল। জ্ঞান-গঙ্গাৰ পবিত্ৰ জলেৰে কুবৃত্তিৰ মলি পখালি তেওঁলোকে আপোন আপোন হৃদ্‌মন্দিৰ সদায়

নিকা কাৰ ৰাখিছিল, আৰু দয়া, সত্যবাদিতা, [illegible] আদি সদ্‌গুণ পোষণ, কৰ্ষণ কৰি মনোৰাজ্যত সিহঁতৰ একাধিপত্য স্থাপন কৰিছিল। সদ্‌গুণৰ পৰাক্ৰমত, সদ্‌গুণৰ শাসনত সংসাৰ-সুলভ প্ৰলোভনৰাশিয়ে তেওঁলোকক টলাব নোৱাৰিছিল। মুঠকৰি কব লাগিলে, তেওঁলোকে অশেষ প্ৰয়াসেৰে পৃথিবীত স্বৰ্গৰাজ্য বিস্তাৰ কৰি নিজে তাত [illegible] বাস কৰিছিল।



সত্যবাদিতা মহৎ লোকবিলাকৰ সংসাৰ বিচৰণৰ পথ। এই পথ অৱলম্বন কৰি তেওঁলোকে মহত্বৰ মন্দিৰত উপনীত হয়। মহৎলোকে সত্যৰ বাজে আন কথা নাজানে, সত্যৰ বাজে তেওঁলোকৰ একোলৈ ধাউতি নাই। সত্য ৰক্ষাৰ নিমিত্তে মহৎলোকে অশেষ ক্লেশ ভুঞ্জিবলৈ সাজু হয়। তেওঁলোকৰ মনত সংসাৰৰ বৈভৱ তুচ্ছ, আপোন পৰিয়াল তুচ্ছ, আপোন জীৱন তুচ্ছ, কেৱল সত্যই ঘাই, সত্যই প্ৰধান। সত্যই তেওঁলোকৰ ধ্যান, সত্যই তেওঁলোকৰ জ্ঞান। সত্য ৰক্ষাৰ নিমিত্তে অগ্নিশিখাত দেহ বিসৰ্জ্জন দিয়া দৃষ্টান্তৰ অভাৱ নাই। সত্য ৰক্ষাৰ নিমিত্তে পুত্ৰ কন্যা আদি প্ৰিয় জনক অক্লেশে পৰিহাৰ কৰি অৰণ্যবাসী হোৱা দৃষ্টান্তৰ অভাৱ নাই। সত্য ৰক্ষাৰ নিমিত্তে ৰাজসিংহাসনৰ আশাত জলাঞ্জলি দি দেশান্তৰী হোৱা দৃষ্টান্তৰো অভাৱ নাই। এনেকুৱা কঠোৰ যত্নেৰে সত্যৰ পথ অনুসৰণ কৰিহে অৱশেষত মহৎলোকে মহত্ব লাভ কৰে।

ন্যায়ৰ জ্ঞান মহত্ত্বৰ এটা উপকৰণ। সত্য যেনে মহত্ত্বৰ পথ, ন্যায়-জ্ঞান তেনে হাতৰ লাখুটি। ইয়াৰ সহায় নহলে সত্যৰ পথত কেও আগুৱাব নোৱাৰে। সত্যৰ পথ সৰল বা মসৃণ নহয়, তাত হুল জোং, পাক চক্র অনেক আছে। ন্যায়ৰ জ্ঞানেৰে সেই বাধাবিলাক বাছি যাব পৰা যায়। ন্যায় অন্যায়ৰ বোধ নাথাকিলে কেৱল সত্যবাদী হলেই মহত্ত্ব লাভ কৰিব নোৱাৰি। যি লোক ন্যায় জ্ঞানত বঞ্চিত, সি উচিত অনুচিত বুজিবলৈকো অক্ষম। কাৰ্য্যৰ কালাকালৰ, আৰু ব্যৱহাৰৰ পাত্ৰাপাত্ৰৰ জ্ঞান মহত্ত্ব-লিপ্সুৰ পক্ষে অতিশয় প্ৰয়োজনীয়। কোন সময়ত কোন কাম কৰা উচিত, কাৰ লগত কেনে ব্যৱহাৰ কৰা উচিত, ইয়াক যি মানুহে স্থিৰ কৰিব নোৱাৰে, সি আনৰ হিত কৰিবলৈ গৈও অহিত কৰাৰ আটক নাই, আনক তুষ্ট কৰিবলৈ গৈও ৰুষ্ট কৰাৰ আটক নাই। ন্যায় অন্যায়ৰ নিশ্চিত নিঃসন্দেহ অবগতি নাথাকিলে অন্যায় কৰ্ম্মকো ন্যায় বুজ কৰিব পাৰে। এইদৰে চলিলে তাক কেও মহত বুলি মান্য নকৰে বৰং অধম বুলি ঘিণায়। উচিত অনুচিত বোধ নথকাৰ বাবে অনেকে সৰল ভাৱে চলিও লাঞ্ছনা ভুঞ্জিবলৈ পায়। ন্যায় অন্যায়ৰ সম্পূৰ্ণ বোধ লাভ কৰা নিচেই উজু নহয়। যুক্তিৰ জাল মেলি গৰ্হিত কথাকো ভাল প্ৰমাণ কৰিব পৰা যায় আৰু যথাৰ্থ ভাল কথাকো গৰ্হিত বুলি প্ৰমাণ কাৰব পৰা যায়। শঠ আৰু বিপৰ্য্যয় যুক্তিৰ বলত সঁচা মিছা হয়, আৰু মিছাও সঁচা হয়।

সচৰাচৰ দেখা যায় যে, এটা কথাকে এক শ্ৰেণীৰ মানুহে উচিত বুলি শলাগে, আৰু আন এক শ্ৰেণীৰ মানুহে অনুচিত বুলি পৰিহাৰ কৰে। বাল্য-বিবাহ, স্ত্ৰী-শিক্ষা ইত্যাদি বিষয়ত দুই পক্ষৰ দুই মত দেখা যায়, আৰু প্ৰত্যেক মতৰ সপক্ষে অসংখ্য যুক্তি আছে। এজন মাজৰ মানুহৰ পক্ষে এই দুই মতৰ কোনটো যথাৰ্থ ন্যায়সঙ্গত তাক বাছি তোলা দুষ্কৰ হয়। অন্যান্য সাধাৰণ নিত্যনৈমিত্তিক কাৰ্য্যতো এনেকুৱা বিমোৰ বিভোল কৰা সমস্যা বহুত উপস্থিত হয়। তেতিয়া তাৰ ভিতৰৰপৰা যথাৰ্থ কথা বাছি লবলৈ সমৰ্থ নহলে জগতত মহৎ বোলাব নোৱাৰি। পূৰ্ব্বে কোৱা হৈছে যে মহৎ লোকৰ মুখৰ বচন জগতবাসীৰ মুখৰ বচন হয়। এনে স্থলত মহৎলোকৰ মত যথাৰ্থ, অকাট্য আৰু অপৰিবৰ্ত্তনীয় নহলে জগতবাসীৰ গুৰুতৰ অনিষ্ট হয়।

মহত্বৰ তৃতীয় উপকৰণ দয়া, আৰু দয়াৰ কৰ্ম্ম পৰোপকাৰ। কিন্তু সকলো বিধৰ পৰোপকাৰ মহত্বৰ চিনাকি নহয়। জীৱনৰ ভিতৰত আনৰ উপকাৰ নকৰা লোক পৃথিবীত নাই। যি অধমতো অধম সিও এদিন এটা পৰোপকাৰ কৰিছে। কিন্তু আটাইবিলাক লোকে জন সমাজত মহৎ খ্যাতি লাভ কৰা নাই। আৰু পৃথিবীত যিবিলাক ধনশালী মানুহ আছে, তেওঁলোকেও অনেক সময়ত অনেক প্ৰকাৰে পৰৰ উপকাৰ কৰিছে। কোনোৱে ভুকীয়াৰ ভোক নিবাৰণৰ নিমিত্তে অন্নদান কৰিছে, কোনোৱে দৰিদ্ৰৰ দাৰিদ্ৰ্য হৰণৰ নিমিত্তে

চিৰকলীয়া বৃত্তি দান কৰিছে, কোনোৱে মূৰ্খৰ মূৰ্খতা নাশনৰ নিমিত্তে পঢ়াশালি পাতিছে, আৰু কোনোৱে বা ৰুগীয়াৰ জীয়াতু কমাবলৈ চিকিৎসালয় স্থাপন কৰিছে; কিন্তু ইমান কৰিও তেওঁলোক জগতত মহৎ বুলি খ্যাত হব পৰা নাই, মহৎ বুলি মানব মণ্ডলীৰ পূজা অৰ্চ্চনা পোৱা নাই। আচল মহৎ লোকৰ দয়া অন্য ৰকম, আচল মহৎ লোকৰ পৰোপকাৰ অন্য ৰকম। মহৎলোকে পৰোপকাৰ ব্ৰতস্বৰূপে অনুষ্ঠান কৰে। পৰোপকাৰ তেওঁলোকৰ জীৱনৰ উদ্দেশ্য। কেৱল পৰৰ উপকাৰ সাধনৰ নিমিত্তে তেওঁলোকে জীৱন ধৰে। নিজৰ সুখ দুখ, ইষ্ট অনিষ্ট, সুচল অসুচল তেওঁলোকৰ বিবেচনাৰ বস্তু নহয়। নিজৰ প্ৰাণ অনাহাৰত গলেও তেওঁলোকে আনৰ প্ৰাণ ৰক্ষাত তৎপৰ, নিজে দাৰিদ্ৰ্যৰ নিকাৰ ইতিকিং কৰি আনৰ দাৰিদ্ৰ্য হৰণত ব্যস্ত। মহৎ লোকৰ মন ডাঙ্গৰ, হৃদয় ডাঙ্গৰ। তাত ক্ষুদ্ৰ মানবী ইচ্ছা বাঞ্ছাই স্থান নাপায়, নিন্দা বা প্ৰশংসাই তাক টলাব বা বিকৃত কৰিব নোৱাৰে। আৰু, মানুহৰ ইচ্ছা বাঞ্ছা নানা দিশে যায়। কিন্তু মহৎ লোকৰ ইচ্ছা বাঞ্ছাৰ দিশ এটা, দ্বিতীয় নাই। তেওঁলোকৰ ইচ্ছা, বাঞ্ছা, কামনা, অভিপ্ৰায় সকলো কেৱল পৰোপকাৰৰ মুখে বয়। পৰোপকাৰ তেওঁলোকৰ জীৱনৰ ওভতনি, পৰোপকাৰ তেওঁলোকৰ কাৰ্য্যৰ কেন্দ্ৰ, পৰোপকাৰ তেওঁলোকৰ আনন্দ আৰু শান্তি, পৰোপকাৰ তেওঁলোকৰ জীৱনৰ ৰাগী। মহৎ লোকৰ পক্ষে

সমস্ত জগতবাসী ঘৰৰ পৰিয়াল, সমস্ত জগতবাসী দয়াৰ পাত্র। তেওঁলোকৰ আগত দুষ্ট সন্তৰ ভেদাভেদ নাই। তেওঁলোকে দুষ্টক দুর্ব্বল বুলি পুতৌ কৰে, আৰু সন্তক গুণৱন্ত বুলি মৰম কৰে। তেওঁলোকৰ দয়া জগত ব্যাপী। তাৰ ভিতৰত মনুষ্য, পশু, পক্ষী, কীট, পতঙ্গ আদি সকলো প্রাণী পৰে। মহৎ লোকৰ দয়া উৎকট্, অর্থাৎ সাধাৰণ মানুহে যি স্থলত ক্রোধ কৰে, সেই স্থলত মহৎলোকে দয়া কৰে। প্রহাৰ বা অপমান কৰিলে সকলোৰে ক্রোধ হয়, কিন্তু মহৎ লোকৰ দয়াহে জন্মে। সাধাৰণে বৈৰীৰ প্রতি বৈৰিতাচৰণ কৰে, কিন্তু মহৎলোকে বৈৰীৰ দোষ মর্ষণ কৰি তাক বিপদত সহায় কৰে। এখন গালত মাৰিলে যে সিখন গাল পাতি দিব লাগে, ইও এজন মহৎ লোকৰ উপদেশ।

# জীৱনৰ অমিয়া।

নৰমগুলীৰ ভিতৰত ওন্দোলোৱা মুখ অনেক আছে, ইহঁত বেজাৰৰ দৃশ্যমান চিত্ৰ, ইহঁতক বেজাৰৰ কলীয়া ডাৱৰে সততে আৱৰি থাকে। বেজাৰ এই শ্ৰেণী মানুহৰ প্ৰাণবায়ু, বেজাৰ সিহঁতৰ জীৱনৰ গতি। দেহত প্ৰাণ থাকে মানে সিহঁতৰ মনোৰাজ্যৰ পৰা বেজাৰৰ আমোল নুঠে। পৃথিবীৰ কোনো বস্তুৱেই মনৰ ডাৱৰ কাটি সিহঁতৰ আন্ধাৰ মুখ পোহৰাব নোৱাৰে। সকলো বস্তুতে আৰু সকলো কথাতে সিহঁতে কেৱল বেজাৰৰহে কাৰণ দেখে। সিহঁতৰ বিবেচনাত পৃথিবীৰ সুখবিলাক ভুৱা, দুখবিলাক আচল। সিহঁতৰ মতে মধুৰ মাধুৰী মিছা, ফুলৰ লাৱণ্য মিছা, মলয়াৰ স্নিগ্ধতা ফাঁকি, পুত্ৰ কন্যা ফাং, লাসবেশ বলিয়ালি, আৰু আনন্দ উৎসৱ উস্তগুালি মাথোন। সিহঁতে নিৰানন্দক জীৱনৰ সাৰ আৰু বেজাৰক জীৱনৰ গতি বুলি বিবেচনা কৰে। সেই দেখি ইয়াক পৰিহাৰ কৰি যি বিলাকে আনন্দ মনেৰে সংসাৰত আয়ুস সম্ভোগ কৰে, তাক সিহঁতে বাতুল বুলি ঘিণায়। সিহঁতে হাঁহিৰ অমিয়া, বা গীতৰ লয় গ্ৰহণ কৰিব নোৱাৰে। সিহঁতৰ চকুত হাঁহিৰ চিত্ৰ কদাকাৰ, সিহঁতৰ মনত গীতৰ সুৰ কঠুৱা। সিহঁতে ভাবে যে ঈশ্বৰে ধেমালি কৰিবলৈ বা খং পলুৱাবলৈ এই সংসাৰ স্ৰজন কৰি তাত নৰ জাতিক জুলুকি-জুলুকিকৈ যাতনা ভুঞ্জাইছে।

সিহঁতৰ বিবেচনাত পৃথিবী এখন বন্দীশাল, আৰু জীৱনটো কেৱল শাস্তি। এই বিশ্বাস পোষণ কৰি এই বিধ মানুহে চিৰকাল অসুখত জীৱন কটায়। ইহঁত নিজেই নিজৰ বৈৰী, আৰু আনৰ পক্ষেও কণ্টক স্বৰূপ। ইহঁতে নিজেও আনন্দ অমৃতৰ পৰা বঞ্চিত হয় আৰু আনকো বঞ্চিত কৰে। ইহঁতৰ নিৰানন্দৰ ডাৱৰে ঘৰৰ ঘৰোৱাহ সকলোকে আৱৰি থাকে, আৰু ওচৰ চুবুৰীয়ালৈকো বেঙ্গা মেলে।

পৃথিবীত আৰু এক শ্ৰেণীৰ মানুহ আছে সিহঁতে মুখ ওন্দোলাই নাথাকে। সিহঁতৰ মুখ বিকসিত কমলৰ নিচিনা সদায় উজ্জ্বল, সদায় প্ৰফুল্ল। সিহঁতৰ চকুত তৃপ্তিৰ জেউতি, আৰু মুখত আনন্দৰ ৰশ্মি, সদায় জিলিকি থাকে। বেজাৰৰ ডাৱৰে সিহঁতৰ মুখৰ জেউতি কমাব নোৱাৰে। সিহঁতৰ বিবেচনাত বসুন্ধৰা সুখৰ আলয়, সুখময় বিলাসৰ কানন। সিহঁতৰ মনত গৰলো মধুৰ, আৰু কাঁইটো কোমল। সংসাৰৰ দুৰ্ঘটনাৱলী সিহঁতৰ মনত আহিনৰ মেঘ, ক্ষণে আহে, ক্ষণে যায়, মনৰ ওপৰত কেতিয়াও যুগমীয়াকৈ থিতাপি হব নোৱাৰে। এই শ্ৰেণীৰ মানুহবিলাক পৃথিবীৰ মঙ্গলমলয়া। সিহঁতে নিজেও সন্তোষ মনেৰে সংসাৰত জীৱন বঞ্চে, আৰু আনৰ প্ৰাণতো সন্তোষৰ বা দিয়ে। ইহঁতে মানুহক সংসাৰৰ কাঁইটীয়া বননিৰপৰা সুকোমল সুগন্ধি কুসুম তুলিবলৈ শিকায়, ভয়ঙ্কৰ উচ্ছৃঙ্খল সমুদ্ৰৰপৰা বহুমূলীয়া মণি-মুক্তা তুলিবলৈ শিকায়, আৰু সংসাৰৰ শোক-সন্তাপ আদি জ্বলন্ত

বহ্নিৰ তাপ শীতল কৰিবলৈ শিকায়। ইহঁতে সংসাৰৰ আলৈ-আহুকাল বা জীৱনৰ আপদ আপালি একোলৈকে কাণ নকৰে। ইহঁত এবিধ গূঢ় মন্ত্রৰ গৰাকী, সেই মহামন্ত্র প্রয়োগ কৰি সিহঁতে সাংসাৰিক শঙ্কা, দুশ্চিন্তা, দুৰ্ভাবনা আদি বেজাৰৰ হেতুবোৰ বিনাশ কৰে। ইহঁতৰ নিজৰ মন সদায় উৎসৱময়, আৰু সংসৰ্গবাসীৰ মনকো উৎসৱময় কৰে।

এই দুই শ্রেণী মানুহৰ ভিতৰত প্রথম শ্রেণীৰবিলাক অধম আৰু শেষৰ শ্রেণীৰবিলাক উত্তম। প্রথম শ্রেণীৰবিলাকে সংসাৰৰ তত্ত্ব নুবুজি, তাৰ কেৱল দুখখিনি সংগ্ৰহ কৰে, কিন্তু শেষৰ শ্রেণীৰবিলাকে সংসাৰৰ আচল মৰ্ম্ম পৰিগ্ৰহ কৰি, সুখখিনি সংগ্ৰহ কৰে। সুখগ্রাহীবিলাকে নিজৰ জ্ঞান বুদ্ধিৰ চিনাকি দিয়ে, দুখগ্রাহীবিলাকে দুৰ্ঘোৰ মূঢ়তাৰ চিনাকি দিয়ে। সুখগ্রাহীবিলাক সংসাৰৰ মঙ্গল অৰুণ, দুখগ্রাহীবিলাক অমঙ্গলৰ ডাৱৰ। বেজাৰ এটা দুৰৱস্থাৰ চিন, দুৰৱস্থা আঁতৰ হলে, বেজাৰো লয় হয়। কিন্তু দুখগ্রাহী ডাৱৰীয়া মনৰ বেজাৰ দুৰৱস্থাৰ চিন নহয়। তেনেকুৱা মনত ডাৱৰ উদয় হবলৈ কোনো দুৰৱস্থা বা দুৰ্ঘটনাৰ আলম নালাগে তাত ডাৱৰ আপোনা আপুনি উদয় হয়। সিহঁত মৌ-পোকতকৈও অধম। মৌৱে দুৰ্গম কাঁইটনিত প্রবেশ কৰি কাঁইটৰ খোপাৰ মাজত, কাঁইটীয়া বেটুত ফুলি থকা ফুলৰ পৰা অমৃতময় মধু সংগ্ৰহ কৰে, কিন্তু সিহঁতে মনুষ্য হৈও সংসাৰৰ কাঁইটনি জয় কৰি তাৰ সুখ-মধু গ্ৰহণ কৰিব

নোৱাৰে। যি সুপুৰুষ সি বাহু বলেৰে সংসাৰৰ কাঁইট চোঁৰাত নিৰ্য্যাতন কৰি ওপৰ উঠে। সিহঁতে বিপদৰ বিকট মূৰ্ত্তি দেখি ভয় নাখায়। সিহঁতে বিপদেৰে সৈতে লুকালুকি খেদে, সঙ্কটক নচুৱায়, আৰু শোক তাপ আদি তীক্ষ্ণ কাঁইট-বোৰ মষিমূৰ কৰি সংসাৰত পৰমানন্দে কাল কটায়। আনন্দ জীৱনৰ অমিয়া, ইয়াক নেওচন দি যি বেজাৰ গৰলক সাবটি ধৰে, তাক কেতিয়াও বুদ্ধিমান বা সুপুৰুষ বুলিব নোৱাৰি। বনৰ পশু, আকাশৰ পক্ষী, কি পানীৰ মাছ, সকলোৱে এই বিনন্দীয়া সংসাৰত জীৱনৰ অমিয়া উপভোগ কৰে, কেও বেজাৰত বুৰ দি কাল নকটায়। তেনেহলে শ্ৰেষ্ঠ প্ৰাণী মনুষ্য কি কাৰণে এই উপভোগৰ পৰা বঞ্চিত হয়? ক্ষীণজীৱী পশু-পক্ষীয়ে যি মন্ত্ৰৰ বলত নিৰানন্দ বিনাশ কৰি আনন্দৰ ৰাজ্য বিস্তাৰ কৰিবলৈ সক্ষম হৈছে, সেই মন্ত্ৰ মনুষ্যৰ পক্ষে দুৰ্লভ নে? কদাপি দুৰ্লভ নহয়।

কৰ্ত্তব্য-পালন নিৰানন্দনাশী মহামন্ত্ৰ। এই মন্ত্ৰেৰে পশু-পক্ষী আদি সংসাৰৰ প্ৰাণীবোৰে নিৰানন্দ বিনাশ কৰে। এই মন্ত্ৰ লাভ কৰিবলৈ অভিলাষ কৰিলে মহাগুৰু কৰ্ত্তব্যত শৰণ লব লাগে। এওঁৰপৰা যি মন্ত্ৰ লাভ কৰা যায়, তাৰ প্ৰয়োগত আনন্দৰ প্ৰৱল বৈৰীবিলাক সেও হয়, আৰু বিপদ সঙ্কট সকলো জঁই পৰে। এই মন্ত্ৰৰ গুণত মানুহে পোতা-শালতো হাঁহিৰ অমিয়া ভুঞ্জিবলৈ পায়। আৰু মৰণৰ জীয়াতুৰে হাতালি খেদিবলৈ সক্ষম হয়। কৰ্ত্তব্য-পালন নিৰানন্দ ডাৱৰনাশী

দুর্জ্জয় অস্ত্র, ই মনৰ ডাৱৰ খণ্ড খণ্ড কৰি তাত আনন্দৰ জেউতি ঢালে। কৰ্ত্তব্য-পালন বিশ্ব-ব্ৰহ্মাণ্ডৰ মেৰুদণ্ড, ইয়াক আশ্ৰয় কৰি এই বিৰাট বিশ্ব অনন্তকাল চলিব লাগিছে, এক পলক ইয়াৰ অভাৱ ঘটিলে তৎক্ষণাৎ বিশ্বত প্ৰলয় মিলিব। বিশ্ব এটা প্ৰকাণ্ড যন্ত্ৰ বিশেষ, আৰু তাৰ বস্তু বিলাক সেই যন্ত্ৰৰ একোটা অঙ্গ। প্ৰত্যেক অঙ্গই নিজ নিজ কৰ্ম্ম কৰি থাকে মানে বিশ্ব সুকলমে চলি থাকিব, কিন্তু এটা অঙ্গই তাৰ ভাগত ত্ৰুটী কৰিলে সেই মুহূৰ্ত্ততে লয় হব। বিশ্বৰ গৰাকীয়ে আদিতে বিশ্বৰ প্ৰত্যেক বস্তুকে একোটা বিশেষ বিশেষ কৰ্ম্মত নিয়োজিত কৰিছে। যি অঙ্গ যি কৰ্ম্মত নিয়োজিত হৈছে, সেয়েই সেই অঙ্গৰ কৰ্ত্তব্য কৰ্ম্ম। চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ, মেঘ, বায়ু, জল, অগ্নি আদি সকলোবোৰ বিশ্ব-যন্ত্ৰৰ অঙ্গ। সিহঁতৰ প্ৰত্যেকৰেই একোটা বিশেষ কৰ্ম্ম আছে, আৰু সেই কৰ্ম্ম সিহঁতে অকপটে কৰিব লাগিছে। সিহঁতৰ যুটীয়া কৰ্ম্মৰ গুণতহে বিশ্ব তিষ্ঠিবলৈ সক্ষম হৈছে। সিহঁতে যদি এক মুহূৰ্ত্তলৈ কৰ্ত্তব্য অৱহেলা কৰে, তেনেহলে এই বিনন্দীয়া বিশ্ব একেতিলে ছাঁ-বাজীৰ ছাঁৰ নিচিনা অন্তৰ্দ্ধান হব। তেতিয়া এই গভীৰ সাগৰ, শুৱনী নদী, আৰু ৰূপহী কানন নাথাকিব, তেতিয়া কবিৰ কল্পনা উদগাবলৈ বননিত মনোৰম ফুল নাথাকিব, বৈজ্ঞানিকৰ গবেষণা জগাবলৈ বিতোপন বিদুলী নাথাকিব। বৈজ্ঞানিকৰ নাম নুমাব, কবিৰ বংশ ধ্বংস হব। মনুষ্য, পশু, পক্ষী, কীট, পতঙ্গ আদি

প্ৰাণীবোৰৰ লীলা শেষ হব। চন্দ্ৰ সূৰ্য্যই কৰ্ত্তব্য-লঙ্ঘন কৰিলে যে বিশ্ব নষ্ট হব, এনে নহয়, সিহঁত নিজেও লয় হব। কৰ্ত্তব্য-পালন সিহঁতৰ প্ৰাণ-বায়ু, তাৰ অভাৱ হলে সিহঁতে প্ৰাণ ধৰিব নোৱাৰে। কৰ্ত্তব্য-পালন কৰি বিশ্বৰ বস্তুবোৰে নিজৰ শৰীৰ আৰু বিশ্ব উভয়কে ৰক্ষা কৰিছে।

সমস্ত বিশ্ব সম্বন্ধে যিৰূপ ব্যৱস্থা, প্ৰাণী-জগত সম্বন্ধেও সেইৰূপ ব্যৱস্থা। প্ৰাণী-জগততো কৰ্ত্তব্য-পালনেই জগত স্থিতিৰ গূঢ়তম হেতু। জগততো প্ৰত্যেক প্ৰাণীৰ জীৱনৰ নিৰ্দ্দিষ্ট কৰ্ম্ম আছে। যেতিয়ালৈকে সিহঁতে নিজ নিজ কৰ্ম্ম কৰি থাকে, তেতিয়ালৈকে জগত সুকলমে চলি থাকিব, আৰু সিহঁতো কুশলে থাকিব। বিশ্ব যেনে চন্দ্ৰ আদি গ্ৰহ উপগ্ৰহৰ কৰ্ত্তব্য-পালনৰ গুণত তিষ্ঠিছে, জগতো তেনে প্ৰাণীসমূহৰ কৰ্ত্তব্য-পালনৰ গুণত তিষ্ঠিছে, আৰু গ্ৰহ উপগ্ৰহসকলে যেনেকৈ কৰ্ত্তব্য-পালন কৰি বিশ্বত কুশলে আছে, প্ৰাণীসমূহেও সেইদৰে নিজ নিজ কৰ্ত্তব্য-পালন কৰি বিশ্বত কুশলে আছে। পশু, পক্ষী, কীট, পতঙ্গ আদি প্ৰাণীবোৰে সততে নিজ নিজ কৰ্ত্তব্য কৰ্ম্ম সম্পাদন কৰি জগত সুখময় কৰিছে, আৰু নৃত্য কৰি পৰমানন্দে আয়ুস্ ভোগ কৰিছে।

মনুষ্য সমাজো এটা বৃহৎ যন্ত্ৰৰ নিচিনা, আৰু প্ৰত্যেক মনুষ্য সেই যন্ত্ৰৰ একোটা অঙ্গ বিশেষ। যিমান দিন এই অঙ্গবিলাকে নিজৰ কৰ্ত্তব্য কৰ্ম্ম কৰি থাকে, সিমান দিন সমাজ সুকলমে চলি থাকে, যেতিয়া কোনো এটা অঙ্গই তাৰ

কৰ্ত্তব্য কৰ্ম্মৰ ক্ৰুটী কৰে, তেতিয়া সমাজত বিভ্ৰাট উপস্থিত হয়, অৰ্থাৎ সমাজশৃঙ্খলাত আউল লাগে। মনুষ্যৰ কৰ্ত্তব্য, সৎ হোৱা, জ্ঞান-বুদ্ধি উপাৰ্জ্জন কৰি নিজৰ উন্নতি, আৰু আনৰ উপকাৰ কৰা, পিতৃ-মাতৃ, আৰু পুত্ৰ-কন্যা আদি নিজৰ পৰিয়ালক পালন কৰা, ওচৰচুবুৰিয়া বন্ধু-বান্ধৱক সহায় কৰা, আৰু হিংসা কপট পৰিত্যাগ কৰি সকলোৰে সৈতে মিলি থকা। এইবোৰ কৰ্ত্তব্যৰ ক্ৰুটী কৰিলেই সমাজত শৃঙ্খলাৰ অভাৱ হয়। দৰিদ্ৰতা, দন্দ, অশান্তি, ভয় আদি অনৰ্থবোৰ কেৱল কৰ্ত্তব্য কৰ্ম্মৰ ক্ৰুটীৰ ফল। এজনৰ কৰ্ত্তব্যৰ ক্ৰুটীৰ পৰা যে কেৱল আনৰহে অপকাৰ হয় এনে নহয়, যি ক্ৰুটী কৰে তাৰো আত্মাত আঁৰ লাগে। সি সংসাৰ বিহ যেন দেখে, আৰু অৱশেষত নিৰানন্দৰ ডাৱৰে তাক আৱৰি ধৰে। যাৰ স্বভাৱ সৎ, যি নিজৰ কৰ্ত্তব্য কৰ্ম্মত ক্ৰুটী নকৰে, যাৰ হৃদয়ত হিংসা, কপট, অহঙ্কাৰ আদি কাঁইটীয়া লতাই শিপাব পৰা নাই, যি এলাহ পৰিহাৰ কৰি কায়িক শ্ৰমেৰে নিজৰ উন্নতি আৰু আনৰ উপকাৰ সাধিব পাৰিছে, তাৰ মনৰ ওপৰত ডাৱৰ থিতি নহয়, তাৰ মন সন্তোষৰ সঁফুৰা, মুখ জেউতিৰ দাপোণ, কথা উৎসাহৰ গভীৰ উদ্গনি। সংসাৰ এখন প্ৰকাণ্ড যুদ্ধ-ক্ষেত্ৰ, আৰু কৰ্ত্তব্য-পালন এখন প্ৰধান অস্ত্ৰ। এই অস্ত্ৰেৰে মানুহে যুদ্ধত জয়ী হৈ মহা আনন্দে নৃত্য কৰি জীৱন নিয়ায়। যি জনে কৰ্ত্তব্যৰ ক্ৰুটী কৰি সেই মহা অস্ত্ৰৰপৰা বঞ্চিত হয়, সি যুদ্ধত হাৰে, আৰু আনন্দৰ সলনি বেজাৰ তাৰ জীৱনৰ

সাৰ হয়। তাৰ মুখ সততে ওন্দোলা আৰু মন সততে বিমৰিষ।

স্বভাৱত সৎ হোৱা, বা বিদ্যা-বুদ্ধি উপাৰ্জ্জন কৰা মনুষ্যৰ যেনে কৰ্ত্তব্য কৰ্ম্ম, পৰিমিত ৰূপে শয়ন ভোজনাদি কৰাও তেনে কৰ্ত্তব্য কৰ্ম্ম। প্ৰথম বিধ কৰ্ত্তব্যৰ ত্ৰুটী কৰিলে যেনে আত্মাত আউল লাগে, শেষৰ বিধ কৰ্ত্তব্যৰ ত্ৰুটী কৰিলেও তেনে দেহত আউল লাগে। দৈহিক আউলেই ৰোগ। ৰোগ নিৰানন্দৰ এটা ঘাই হেতু। ভগ্নদেহীৰ জীৱন কেৱল অসুখৰ সোঁত। মানুহে শয়ন ভোজনাদি কৰ্ত্তব্য কৰ্ম্মত হ্রস্ব দীৰ্ঘ ত্ৰুটী কৰি শৰীৰত ৰোগ জন্মাই লয়। ৰোগ আনন্দৰ পৰম বাধক। জুই পানীৰ যেনেৰূপ সম্বন্ধ, ৰোগ আৰু আনন্দৰ সেইৰূপ সম্বন্ধ। যি দেহত ৰোগৰ বাস, আনন্দ তাৰপৰা দূৰতো বিদূৰ হয়; কিন্তু কৰ্ত্তব্য পালন মন্ত্ৰেৰে এই পৰম বৈৰীকো মষিমূৰ কৰিব পাৰি! আনন্দ, দেহ আৰু মনৰ লয়ৰ অমৃত ফল। শৰীৰৰ অঙ্গবোৰ পৰস্পৰ লনী বা মানী হলে যেনেকৈ ৰূপৰ উদ্ভৱ হয়, সেইদৰে শৰীৰ আৰু মন উভয়ে মানী হলে আনন্দৰ উদ্ভৱ হয়। শৰীৰ আৰু মনৰ মানী ভাৱ থাকে মানে তাৰ অমৃত ফল দেখা যায় সেই ভাব ভঙ্গ হলে ফলো নাইকিয়া হয়। কৰ্ত্তব্য-পালন এই অমিয়া প্ৰসবিনী মানী ভাৱৰ ৰক্ষা কবচ।

পৃথিবীত আৰু এক শ্ৰেণীৰ মানুহ আছে। সিহঁতে কৰ্ত্তব্য-অকৰ্ত্তব্য একো নুবুজে। সিহঁতৰ পিতৃ-মাতৃয়ে কষ্টত

জীৱন বঞ্চে, তদপি সিহঁতে তালৈ কেৰাহিকৈ নাচায়, পুত্ৰ-কন্যাই দৰিদ্ৰতাৰ চেঙ্গচেঙ্গীয়া তাপত পুৰি ডেই চিঞৰ পাৰে, তদপি সিহঁতৰ ভ্ৰূৰ্ভং নাই, বন্ধু, বান্ধৱ বিপদৰ ধামখুমীয়াত পৰি কক্ৱকাই ফুৰে, তদপি তালৈ চকু মেলি নাচায়, পুৱা গধুলি এমুঠি আহাৰৰ স্থিৰতা নাই, তদপি আলজাল এৰি কায়িক শ্ৰমেৰে অৰ্থ উপাৰ্জ্জনৰ দিহা নকৰে, বাপতি সাহন ৰক্ষণৰ অভাৱত লয় ক্ষয় হয়, তদপি তালৈ ভ্ৰূক্ষেপ নাই, সিহঁতৰ আত্ম-সম্মান বোধ নাই, সিহঁতৰ লাজ নাই। এই শ্ৰেণীৰ মানুহো সদাই উজ্জ্বল, সদাই প্ৰফুল্ল। কথাও সিহঁতৰ সদাই ধেমেলিয়া। কিন্তু ই যথাৰ্থ উজ্জ্বলতা নহয়, ই শিৰফুটা আনন্দ নহয়, জীৱনৰ অমিয়া নহয়। ই স্বাভাবিক অৱস্থাৰ এবিধ বিকাৰ মাথোন। বলিয়াৰ আনন্দ যেনেকুৱা, ইহঁতৰ আনন্দও তেনেকুৱা। বলিয়াৰ আনন্দ স্বাভাবিক অৱস্থাৰ এটা বিকাৰ। মানসিক বৃত্তিবিলাকৰ আউল লাগিলে মানুহ বাউল হয়। পাচে সেই আউলৰপৰা কেতিয়াবা আনন্দৰ, কেতিয়াবা বেজাৰৰ ধাৰ নিঃসাৰিত হয়। কিন্তু সেই দুইৰ কোনোটোৱেই প্ৰকৃত নহয়; সিহঁত কেৱল বাজী, বাতুলতা ৰোগৰ দৃশ্যমান বুৰ্‌বুৰণি মাথোন। কৰ্ত্তব্য-বোধ নথকা মানুহৰ আনন্দৰো সেই পটন্তৰ। সিহঁতৰ আনন্দও ভিতৰুৱা ৰোগৰ বুৰ্‌বুৰণি মাত্ৰ। উখহা ৰোগ হলে, নিছলা মানুহো থুলন্তৰ হয়, কিন্তু সেইবাবে সি স্বাস্থ্য সুখ সম্ভোগ কৰিছে বুলি কব নোৱাৰি। সেইদৰে, কৰ্ত্তব্যবোধ

নথকা মানুহৰ মন যদিও প্ৰফুল্ল সি যে জীৱনৰ অমিয়া লাভ কৰিছে এনে বুলি সিদ্ধান্ত কৰা অযুগুত। ইহঁতৰ আনন্দও বাতুলৰ হাঁহিৰ নিচিনা, বা শোথ ৰুগীয়াৰ থুলন্তৰ অৱস্থাৰ নিচিনা স্বাভাৱিক অৱস্থাৰ এবিধ বিকাৰ মাথোন। মানুহে সংসাৰত এনেকুৱা আনন্দ বাঞ্ছা নকৰে। কৰ্ত্তব্য-বোধেই মনুষ্যত্ব, যাৰ সেই বোধ নাই সি যথাৰ্থ মনুষ্য নহয়, এতেকে তাৰ আনন্দও বাঞ্ছনীয় নহয়। যি যথাৰ্থ মনুষ্য, অৰ্থাৎ যাৰ কৰ্ত্তব্য-জ্ঞান আছে, সি কৰ্ত্তব্য অৱহেলা কৰি কেতিয়াও অমিয়াৰ গৰাকী হব নোৱাৰে। এতেকে কৰ্ত্তব্য-পালন যে জীৱন-অমিয়াৰ মহা মন্ত্ৰ, এই বিষয়ে আৰু দ্বিতীয় কথা নাই।

# আহুকাল।

## প্ৰথম খণ্ড।

অজ্ঞান বালক সুখীয়া, হাবিৰ বৰ্ব্বৰ সুখীয়া, অজ্ঞানী চহা সুখীয়া। ইহঁত জ্ঞান-গৰলৰ জ্বালাত পৰা নাই। জ্ঞানৰ গৰল বৰ চোকা বস্তু। ই এবাৰ শৰীৰত সোমালে মানুহৰ তত হেৰুৱাই দিয়ে আৰু কদাপি শৰীৰৰপৰা ওলাই নাযায়। ভালেতোহে জ্ঞান-গছৰ গুটি খাবলৈ ঈশ্বৰে মানুহক হাক দিছিল। বাইবোল শাস্ত্ৰত কয় বোলে ঈশ্বৰে আদিতে মতা-মাইকী এহাল মানুহ স্ৰজন কৰি এখন সুন্দৰ বননিত থৈ দিছিল। সিহঁতক বননিৰ সকলোবোৰ গছৰ গুটি খাবলৈ কৈছিল; কিন্তু এজোপা গছৰ গুটি খাবলৈ নিষেধ কৰিছিল। সেই জোপা বোলে জ্ঞান-গছ। তাৰ গুটি খালে হেনো মানুহৰ জ্ঞান ওপজে, আৰু জ্ঞান উপজিলে দুখৰ পাৰকূল নাইকিয়া হয়। মইমৎ মানুহে ঈশ্বৰৰ হাক অৱহেলা কৰি সেই গছজোপাৰ গুটি খালে, আৰু সেই নিমিত্তেহে বোলে তেওঁৰ সন্তান-সন্ততিবোৰে সংসাৰত ইমান যাতনা জীয়াতু ভুঞ্জিব লাগিছে। বাইবোলৰ এই আখ্যানটো সাধুকথাই হওক বা আচল কথাই হওক, কিন্তু জ্ঞান যে এটা বিমঙ্গলীয়া বস্তু, ই ধ্ৰুৱ কথা।

লৰাকালত কেনে সুখেৰে দিন নিয়াইছিলোঁ, কেনে সচ্চিদানন্দ ৰূপ ধৰি সংসাৰ-ক্ষেত্ৰত ধেমালি কৰি ফুৰিছিলোঁ। কিন্তু সেই কাল সৰহ দিন নৰল। কেতিয়াবা সেই নিষিদ্ধ গছৰ গুটি খালোঁ হবলা, এতিয়া তাৰ বিহৰ জ্বালত সংসাৰত সুখ-শান্তি নাইকিয়া হল। কিবা এটা ক'তবা লুকাই আছে, মই তাক নেদেখিলোঁ, মই তাক নাজানিলোঁ, এই চিন্তাতে শৰীৰৰ তেজ-মঙহ শুকাই গল, সংসাৰৰ একো বস্তুতে সোৱাদ নোপোৱা হলোঁ, একোতে ৰাপ নাইকিয়া হল। মানুহৰ কেনে বৰাই। খুদৰমান মন এটা লৈ তাৰে ব্ৰহ্মাণ্ডখন আকোঁৱালি ধৰিব খোজে, সসীম মনেৰে অসীম বিশ্বৰ সীমা বিচাৰি ফুৰে। এনেকুৱা আচৰণ মানুহৰ মইমতালি হব পাৰে, কিন্তু মানুহৰ উপায় কি? মানুহত কি দোষ আছে? মই এই সমস্যা কেতিয়াও নিজে বিচৰা নাছিলোঁ। মোৰ একান্ত ইচ্ছা, যেন এতিয়াও এই সমস্যা মনৰ পৰা আঁতৰি যায়। এতিয়াও যেন আগৰ দৰে নিশ্চিন্ত মনেৰে মই ধেমালি কৰি ফুৰিবলৈ পাওঁ। কিন্তু সমস্যা আঁতৰে কতা? জগতৰ যেনিয়ে চকু ঘূৰাওঁ, তেনিয়ে সেই সমস্যা দেখোঁ। জগৎখন সেই সমস্যাৰে ভৰা। বাটৰ দূবৰি, গছৰ পাত, সকলোতে সেই সমস্যা ফট্‌ফটীয়া হৈ ওলাই আছে। কোন চকু থকা মানুহে তাক নাচাই থাকিব পাৰে? অসীমৰ সীমা চাবলৈ সকলো মানুহৰে হেঁপাহ, ই এটা পিয়াহ। এই পিয়াহ মাৰিবলৈ মানুহে আদিৰপৰা

আজিলৈকে কাৰবাৰ কৰিছে, যোগ উলিয়াইছে, ধ্যান উলিয়াইছে, উপনিষদ লিখিছে, কিন্তু পিয়াহ আজলৈকে নমৰিল।

ভৈয়াই! এই আহুকাল মানুহৰ কেতিয়া যাব? কেতিয়া অসীম ঈশ্বৰ সসীম হৈ মানুহৰ জ্ঞান-বোধৰ বস্তু হব? নহয়, তেনে আশা কৰিব নোৱাৰি। কিন্তু মন পতিয়ন না-যায়, মনে বুজনি নলয়। সি উগুল-থুগুলত পৰি পাৰ কুল নাপাই কক্‌বকাই ফুৰিছে। এই অশান্তি আহুকালত থাকিব নোৱাৰি মানুহে ধুম্‌খুলি বাই ফুৰে, আৰু ওপৰলৈ চায়; ভাবে, জানোচা তাত কিবা দেখিবলৈ পায়, জানোচা আকাশে সমস্যা খণ্ডন কৰে! হায়! হায়! কি দুৰাশা। আকাশে সমস্যা খণ্ডাই মন জুৰ পেলাওক ছাৰি জ্বলা জুইত ঘিউৰ আহুতিহে দিয়ে।

জোনাক নিশা, আকাশ বিতোপন, চন্দ্ৰ তৰাৰে জাতিষ্কাৰ, মই অকলে বহি চাই আছোঁ, আৰু সমস্যা খণ্ডনৰ উপায় বিচাৰিছোঁ। চন্দ্ৰ আৰু তৰা কেতিয়া হল? সিহঁত কিমান দিনৰপৰা আছে? মই উপজিবৰ দিন ধৰি সিহঁতক দেখি আছোঁ। পিতাৰ মুখে শুনিছোঁ, সিহঁত তাৰো আগৰপৰা আছে। পিতাদেৰে বোলে শুনিছিল, সিহঁত তাৰো আগৰ-পৰা আছে। সিহঁত সদায় আছে। কিন্তু সদায় কি? সদায় কথাৰ অৰ্থ ইয়াত বুজিব নোৱাৰিলোঁ। সিহঁত কেতিয়াবা নাছিল নে? যদি নাছিল, তেতিয়া আকাশত কি

আছিল? কোনে কব কি আছিল? আকাশে নকয়, তৰাই কব নোৱাৰে, চন্দ্ৰই কব নোৱাৰে। সকলো কথা সমস্যাৰ গৰ্ভত। আৰু তৰাবিলাক বোলে একোটা সূৰ্য্য, আৰু আমাৰ সূৰ্য্যৰ চাৰিওফালে যেনেকৈ গ্ৰহ উপগ্ৰহবিলাক ঘূৰি ফুৰিছে, সেই সূৰ্য্যবিলাকৰ চাৰিওফালেও সেই দৰে অনেক গ্ৰহ উপগ্ৰহ ঘূৰি ফুৰিব লাগিছে। তেনেহলে আকাশত ঠাই কিমান আছে? আমাৰ সূৰ্য্যৰ পৰিয়াল-টোৱেই কোটি কোটি যোজন জুৰি আছে। সিবিলাক সূৰ্য্যৰ পৰিয়ালবিলাকে বা কিমান যোজন জুৰিছে? মানুহৰ মুখে শুনো, আকাশ বোলে অনন্ত। অনন্ত কি? মোৰ মনতচোন অনন্ত একো বস্তু ভাবিব নোৱাৰোঁ। আৰু কয়, বোলে অসংখ্য ব্ৰহ্মাণ্ডেৰে অনন্ত আকাশ ভৰি আছে। ভৰিল কেনেকৈ? অনন্ত আকাশৰ ভৰা-ভৰি কি? ভৰিলে ঠাই নাইকিয়া হয়। অনন্তৰ গৰ্ভত ঠাই নাইকিয়া হব কেনেকৈ? তেনেহলে এইবিলাক নিৰৰ্থক বাক্য, কেৱল মনক বুজনি দিবলৈ এই বাক্যবোৰৰ সৃষ্টি হৈছে। তাহানি নাম-ঘোষাত পঢ়িছিলোঁ, "অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধি-কাৰী"। এই ফাঁকি কথাৰ অৰ্থও বুজিব নোৱাৰি। তেনে-হলে অনন্ত বস্তু একো নাই। তেনেহলে আকাশৰ ক'তবা সীমা আছে, তেনেহলে ব্ৰহ্মাণ্ডৰ এটা সংখ্যা আছে। সমস্যাৰ এই মীমাংসা। কিন্তু মীমাংসা ভুল। সীমাৰ বাহিৰত কি? পুনৰ সেই সমস্যা। একো স্থিৰ নহল, মুৰৰ

ফুৰণি উঠিল। আকাশত সমস্যাৰ খণ্ডন নাই, মনৰ জুৰণি নাই। তেনেহলে জুৰণি কত? অতীজৰ মহাপুৰুষ সকলো এই সমস্যাত পৰিছিল; সিবিলাকেও ইয়াৰ অৰ্থ বিচাৰি ফুৰিছিল। সিবিলাকৰ হাতে লিখা গভীৰ গবেষণা আছে। জানোছা তাত সমস্যাৰ খণ্ডন আছে।

বেদ, বেদান্ত, গীতা, উপনিষদ এই সমস্যাৰ বিচাৰ। পেটৰ ভাত, গাৰ কাপোৰ এৰি নিৰ্জ্জন হাবিয়নিত সোমাই পূৰ্ব্বৰ মহাপুৰুষ সকলে এইবিলাক বিচাৰ কৰিছিল। সিবিলাকে বিচাৰ কৰি শেষ কৰিছে, কিন্তু সমস্যাৰ মীমাংসা হোৱা নাই। এতিয়াও মানুহে সেই প্ৰশ্ন কৰিব লাগিছে, এতিয়াও অনন্তক আকোঁৱালি ধৰিবলৈ বাউল হৈ ফুৰিছে। পূৰ্ব্বৰ মীমাংসা মতে অনন্তই ঈশ্বৰ, আৰু শব্দ তেওঁৰ প্ৰথম বিকাশ। এই মীমাংসা মনত ধাৰণ কৰিব পাৰি। কিন্তু প্ৰশ্ন হয়, অনন্তৰ আদি কি? আৰু তাৰ বিকাশেই বা কিয় হল? শব্দ অনাহত বুলি শাস্ত্ৰত কয়, আঘাত নকৰাকৈ শব্দ কেনেকৈ হয়? শব্দৰপৰা বায়ু, বায়ুৰপৰা পানী, ইও শাস্ত্ৰৰ মীমাংসা। এই অনুক্ৰমে বোলে সৃষ্টিৰ জন্ম। এই মীমাংসা কাণেৰে শুনিবলৈ ভাল, মনেৰে ভাবিবলৈকো ভাল, কিন্তু বুজিবলৈ সুবলা নহয়। শব্দৰপৰা বায়ু, আৰু বায়ুৰপৰা পানী কিয় হল? আৰু কেনেকৈ হল? এইবিলাক প্ৰশ্নৰ উত্তৰ ক'তা? শাস্ত্ৰত ইহঁতৰ উত্তৰ নাই। শাস্ত্ৰত কয়বোলে সেইবিলাক অনন্তৰ ইচ্ছামতে হৈছে, ইচ্ছাময় সংসাৰ।

ই কি উত্তৰ নে? নহয়; ই নিৰুত্তৰ, অৰ্থাৎ কব নোৱাৰোঁ বোলাৰ সমান। তেনেহলে সমস্যাৰ খণ্ডন শাস্ত্ৰত নাই। শাস্ত্ৰৰ বিচাৰ কেৱল অসুখীয়া মনৰ বুজনি, বুজনিও ষোল কলাই পূৰ নহয়, এডোখৰ আছে, এডোখৰ নাই। শাস্ত্ৰ সমুদ্ৰত বুৰ মাৰি কত মহাপুৰুষ কত কাল আছিল, কিন্তু উঠিলত আকৌ সেই সমস্যা, আকৌ সেই পোৰণি, বিহৰ জ্বাল। ই কি বিষম ৰোগ! ইয়াৰ ঔষধ আজিলৈকে আবিষ্কাৰ নহল। কেতিয়াবা হব নে? কেতিয়াবা মানুহৰ মন জুৰ পৰিব নে?

পুৰণি কালত এই ৰোগৰ ৰুগীয়া বহুত আছিল, সেই দেখি এই বিষয়ৰ বিচাৰ পুথিত বহুত আছে। কিন্তু বিচাৰত শেষ জুৰণি নাই। বিচাৰৰ শেষত মন আকৌ অস্থিৰ। সেই দেখি কিছুমান মহাজনে বাহিৰ জগতৰ বিচাৰ এৰি অন্তৰ জগতৰ বিচাৰ কৰিছিল। সিবিলাকে কয় যে একোজন মানুহ একোখন ব্ৰহ্মাণ্ড, অৰ্থাৎ ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ প্ৰতিকৃতি, অৰ্থাৎ ব্ৰহ্মাণ্ডত যি যি আছে, সেই সকলো বস্তু সৰু সৰু আকাৰত মানুহত আছে। মানুহ বোলে ঈশ্বৰ, অৰ্থাৎ নিৰ্গুণ ঈশ্বৰ গুণত বন্দী হৈ মানুহ হৈছে। এতেকে মানুহৰ তত্ত্ব পালেই ঈশ্বৰৰ তত্ত্ব, বিশ্বৰ তত্ত্ব, সৃষ্টিৰ তত্ত্ব, সকলোৰে তত্ত্ব পোৱা যায়। এই কথা শুনি বৰ ভাল লাগিছিল, ভাবিছিলোঁ যে চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, তৰা, সকলো দূৰৈৰ বস্তু হাতেৰে চুকি পোৱা নাযায়, চকুৰে ৰিণিকি ৰিণিকি মাথোন

দেখি। তেনে বস্তু লৈ বিচাৰ আৰম্ভ কৰিলে একো ফলোদয় হবৰ ভৰসা নাই। মানুহ হাতত পোৱা বস্তু। মই নিজেই মানুহ, মই মোক সদায় দেখিছোঁ, মই মোৰ সকলো কথা জানো, ভাল কথাও জানো, বেয়া কথাও জানো। এতেকে এইবাৰ বিচাৰৰ সুবিধা হব, এইবাৰ সৃষ্টিৰ তত্ত্ব পোৱা যাব, এইবাৰ মন জুৰ পৰিব। এই আশাত মনত ৰং লাগিছিল, কিন্তু ৰং মিছা, অন্তৰ-জগৎ বাজৰ জগততকৈও আউলীয়া, বাজৰ জগততকৈও বিচিত্ৰ।

মানুহৰ শৰীৰটো চকুৰে চাব পৰা আৰু হাতেৰে ছুব পৰা বস্তু ; প্ৰথমতে তাকেই চোৱাঁচোন। চালেই তবধ মানিবা। তাৰ ভিন ভিন অঙ্গবোৰ কেনে সুৱলাকৈ লগাই থৈছে। হাত ভৰিৰ জোৰাবোৰত কোনো গাঁঠি নাই, তেও শকত হৈ লাগি আছে, লৰ মাৰোঁতে এফেৰিও লৰচৰ নহয়। জোৰাই যে কিমান, তাৰ লেখ জোখ নাই, আৰু সেই এটাইবোৰ জোৰাৰ কাৰ্য্য আছে, তাৰ এটা নহলেই বিপদ, সংসাৰত চলাফুৰা কৰিবলৈ টান হয়। মই এদিন এটা ৰেইল-ওৱে ইঞ্জিন চাইছিলোঁ। তাৰ ভিতৰত ইমানবিলাক কৌশল কিটিপ আছিল বুলি আগেয়ে মই নাজানিছিলোঁ। অসংখ্য গজাল, অসংখ্য জোৰা, অসংখ্য ভাপলি। ক'ৰ বস্তু নি ক'ত লগলগাই থৈছে, তাৰ ততেই ধৰিব নোৱাৰি। তাত বেজিৰ মান বস্তুৰপৰা হাতীৰ মান বস্তু আছে, আৰু যেতিয়া ইঞ্জিনে কাম কৰে, তেতিয়া সেই সকলোবোৰত

ভৰ পৰে, সিহঁতৰ এটা নহলেই ইঞ্জিন অচল। ইঞ্জিনৰ কৌশল দেখি মই আচৰিত মানিছিলোঁ। কিন্তু এতিয়া দেখোঁ, মনুষ্য শৰীৰৰ কৌশল আৰু আচৰিত। এবাৰ শিৰবোৰলৈ চোৱাঁচোন। শিৰবিলাক গোট কৰি ভাবি চালে এখন জাল, তাৰে গোটেইটো শৰীৰ ঢাকি থৈছে, যেন ভিন ভিন হাড়বিলাক তাৰে বান্ধিহে থৈছে। যথাৰ্থ পক্ষত বান্ধি থৈছে। হাড়ৰ জোৰাবিলাকত গাঁঠি নাই, কেৱল মঙহ আৰু শিৰেইহে গাঁঠি, সিহঁতে টানি ধৰি থকাৰ নিমিত্তে এডাল হাৰ আন ডালৰপৰা বেগতে আঁতৰ হৈ যাব নোৱাৰে। কিন্তু কেৱল হাড় ধৰি থাকিবলৈ শিৰ দিয়া নাই, শিৰৰ আৰু টান কাম আছে। শিৰবিলাক টেলিগ্ৰাফৰ তাঁৰ, তাৰে শৰীৰৰ ভিন ভিন দেশৰপৰা অঙ্গৰাজ মূৰলৈ, অৰ্থাৎ মগজুলৈ খবৰ যায়। একোগছ শিৰৰ যে কিমান ঠাল ঠেঙুলি আছে তাক লেখি অন্ত কৰিব নোৱাৰি। কিন্তু সেই সকলো ঠাল আৰু ঠেঙুলিৰ বিশেষ বিশেষ ভিন ভিন কাম আছে, সিহঁতৰ এডালৰ অভাৱ হলে, তোমাৰ শৰীৰত প্ৰলয় মিলিব। মনুষ্য-শৰীৰৰ সৰু বৰ সকলোবিলাক অঙ্গ আৰু শিৰ আৰু মঙহ এটাইখিনি থোপ কৰি ভাবি চালে সি যে এখন ক্ষুদ্ৰ ব্ৰহ্মাণ্ড বা বিশ্ব তাৰ সন্দেহ নাথাকে। বিশ্ব এটা জন্তু বুলি ধৰি লোৱাঁ। ভিন ভিন গ্ৰহ উপগ্ৰহবিলাক তাৰ হাড়। সেই হাড়বিলাকৰ পৰস্পৰে পৰস্পৰক আকৰ্ষণ কৰি ধৰি আছে। আকৰ্ষণক অদৃশ্য সূত্ৰ বা শিৰ বুলি ধৰিব পাৰি।

মনুষ্য-শৰীৰৰ শিৰ চকুৰে দেখি, বিশ্বৰ শিৰবিলাক নেদেখি, এই মাত্র প্রভেদ, নাইবা কার্য্যত একে। যদি আকর্ষণৰ গতি বা পথবিলাক দৃশ্যমান বস্তু হলহেঁতেন, তেনেহলে আমাৰ শৰীৰৰ জালতকৈ সিখন জাল আৰু বিচিত্র দেখা গলহেঁতেন। আমাৰ শৰীৰত মঙহ আছে। বিশ্বৰ মঙহ শূন্য। মানুহৰ শিৰ, হাড় যেনেকৈ মঙহে আবৰি আছে, সেইদৰে বিশ্বৰ শিৰ, হাড় শূন্যই আবৰি আছে। শূন্য দৃষ্টিৰ বস্তু হোৱাহেঁতেন, আৰু আমি বিশ্বৰ বাহিৰৰ কোনো ঠাইত থিয় হৈ চাবলৈ পোৱাহেঁতেন, গ্রহ উপগ্রহবিলাক আমি ভিন ভিন নেদেখিলোঁহেঁতেন, কেৱল মানুহৰ শৰীৰৰ দৰে এটা নিমজ গোট বস্তু দেখিলোঁহেতেন। এইটোৱেই বোলে ঈশ্বৰৰ বিশ্বম্ভৰ মূৰ্ত্তি, অর্থাৎ মূৰ্ত্তিমন্ত ঈশ্বৰ। তেনেহলে মানুহটো এটা মূৰ্ত্তিমন্ত ঈশ্বৰ। ভাল কথা, বুজি পালোঁ। গোট বিশ্বই ঈশ্বৰ, আৰু মানুহ গোট বিশ্বৰ প্রতিকৃতি, এতেকে মানুহো ঈশ্বৰ! কিন্তু!কথাটো তেও কিন্তু শূন্য নহল। সৎ জানিবা বিচাৰি পালোঁৱেই, চিৎ কত?

মানুহৰ শৰীৰে যে কেৱল বিশ্বৰ লগতেহে ৰিজনি খায়, এনে নহয়। ইয়াক অকল পৃথিবীৰ লগতো ৰিজাব পাৰি। বিশ্বৰ লগত ৰিজালে বহুত কথা অনুমান কৰি ধৰিব লাগে। শূন্যক মঙহ, গ্রহ উপগ্রহক হাড়, আৰু আকর্ষণৰ পথবিলাকক শিৰ বুলি ধৰিব লাগে। কিন্তু পৃথিবীৰ লগত ৰিজালে একো অনুমান কৰি ধৰিব নালাগে, সকলো অঙ্গ প্রত্যঙ্গ

একেবাৰে মিলি যায়। মনুষ্য শৰীৰত হাড় আছে, পৃথিবীৰ শৰীৰত অৰ্থাৎ গৰ্ভত আৰু গাত পৰ্ব্বত আৰু শিল আছে, মনুষ্য শৰীৰত শিৰ আছে, পৃথিবীত নৈ আছে। মানুহৰ শিৰেৰে তেজৰ সোঁত বয়, পৃথিবীৰ শিৰেৰে পানীৰ সোঁত বয়। মানুহৰ মঙহ আছে, পৃথিবীৰ মাটি আছে। মানুহৰ তেজৰ ভঁৰাল বুকু আছে, পৃথিবীৰ পানীৰ ভঁৰাল সাগৰ আছে। মানুহৰ বুকুত তেজ গোট খাই তাৰপৰা শৰীৰৰ নানা দেশলৈ যায়, পৃথিবীৰ সাগৰত পানী গোট খাই তাৰপৰা পৃথিবীৰ নানা ঠাইলৈ যায়। এই অনুক্ৰমে চালে মানুহৰ শৰীৰ আৰু পৃথিবীৰ শৰীৰ, এই দুইত একো প্ৰভেদ নাই। মানুহৰ জীৱ আছে, পৃথিবীৰ জীৱ নাই বুলি কোনে কব পাৰে? জীৱন্ত বস্তুৰ নিচিনা পৃথিবীয়েও লৰচৰ কৰে, আৰু ঘূৰি ফুৰে। এতেকে পৃথিবী মানুহ, কিন্তু মানুহ ঈশ্বৰ, এতেকে পৃথিবীও ঈশ্বৰ। এইদৰে জগতৰ সকলো বস্তুৱেই ঈশ্বৰ, কিন্তু স্থূল ঈশ্বৰ অৰ্থাৎ সৎ। সকলো বস্তুতে সৎ আছে, কিন্তু চিৎ নাই বুলি কয়। চিৎ কেৱল মানুহত আছে। মানুহত জ্ঞান-বুদ্ধি আছে, জ্ঞান-বুদ্ধি চিদৰ চিন। সৎ ঈশ্বৰৰ স্থূল অংশ। স্থিতি থকা সকলো বস্তুতেই সৎ পোৱা যায়। ইয়াৰ পৰা দেখা যায় যে স্ৰজন কৌশল এটা, এটা কৌশলেৰে জগতৰ সমস্ত বস্তু স্ৰজন কৰা হৈছে। ইঞ্জিন লগাই নানা ঠাইত কৌশল কৰি সেই ইঞ্জিনেৰে ধান বানে, তেল পেৰে, কপাহ চন্দিয়ায়, কাঠ ফালে আৰু কত কৰে।

কিন্তু গুৰিত কৌশল এটা, অৰ্থাৎ বল এটা, অৰ্থাৎ গুপ্ত মন্ত্ৰ এটা। স্ৰজনৰো গুপ্ত মন্ত্ৰ বা বল এটা, সেই মন্ত্ৰ বা বল প্ৰয়োগ কৰি ভিন ভিন দেশত ভিন ভিন উপাদান দি কীট, পতঙ্গ, গছ, লতা, মানুহ আদি জীৱ-জন্তু স্ৰজন কৰিছে। সেই গুপ্ত কৌশলটো কি? অৰ্থাৎ বুদ্ধিটো ক'ত? অৰ্থাৎ চিদ্‌টো ক'ত? অৰ্থাৎ ঈশ্বৰৰ মূল অংশটো ক'ত?

আগত পোৱা গল আন বস্তুৰ সৎ আছে, কিন্তু চিৎ নাই। আন সকলো বস্তু চিদ্ শূন্য সদৰ সমষ্টি, কিন্তু মানুহ সচ্চিদ উভয়ৰ সমষ্টি। আন বস্তু ঈশ্বৰৰ কলা মাথোন, কিন্তু মানুহ পূৰ্ণ ঈশ্বৰ, কেৱল গৰ্ভ-মামৰে ধৰাত ঈশ্বৰ-জেউতি শূন্য হৈ মানুহ হৈছে। জ্ঞান বুদ্ধি চিদৰ চিন, ইয়াৰ খনি মন। চিৎ চাব লাগিলে মন-ৰাজ্যত প্ৰবেশ কৰিব লাগিব।

# আহুকাল।

## দ্বিতীয় খণ্ড।

সৃষ্টিৰ কৌশল এটা, দুটা বা সৰহ নহয়। বস্তু এটা ফঁহিয়াই নিলে অন্তত গৈ যি তত্ত্ব ধৰা পৰে, সেই তত্ত্ব এটা। সকলো বস্তুৰে অন্তত এটা মাথোন তত্ত্ব দেখা যায়। এই একেটা তত্ত্বৰপৰা সকলো বস্তুৰ সকলো প্ৰাণীৰ জনম হয়, বৰ্দ্ধন হয়, আৰু মৰণ হয়। পাচত এই তত্ত্বটো বা এই কৌশলটো কি? অৰ্থাৎ ইয়াৰ প্ৰকৃতি কেনে? এই বিষয়ত অতীজ কালৰ মহাপুৰুষ সকলৰ মত আছে। সিবিলাকে কয়, বোলে কৌশলটো আন একো নহয়, ই কেৱল এটা গতি। জগতৰ সকলো বস্তুৰ গতি আছে। কিন্তু এই গতি আন এক বিধৰ গতি, ই বস্তুৰ তত্ত্ব নহয়, ই জীৱনৰ কৌশল নহয়, ই ব্ৰহ্মাণ্ডভেদী গতি নহয়, ই স্বয়ম্ভূ গতি নহয়, ই আদিৰ গতি নহয়। ই পাচত জন্মা গতি, ই আনে স্ৰজা গতি। যি গতি বস্তুৰ তত্ত্ব বা স্ৰজনৰ কৌশল, সি বস্তুৰ অন্তৰত লুকাই থাকে, তাক চকুৰে নেদেখি, কাৰ্য্যৰপৰাহে অনুমান কৰিব পাৰি। গমন জীৱ মাত্ৰেই লৰিচৰি ফুৰিব পাৰে। ইও এবিধ গতি, কিন্তু ই তুমি স্ৰজা গতি। তোমাৰ উত্তৰলৈ যাবৰ মন গল, তুমি ভৰি চলাই গলা, অৰ্থাৎ তুমি উত্তৰলৈ যোৱা গতি উৎপন্ন কৰিলা। এতেকে এই গতি তোমাৰ

স্রজা গতি। এইদৰে সকলো গমন জীৱই ইচ্ছা মতে একোটা গতি স্রজন কৰিব পাৰে। দলি এটাৰো গতি হয়, কিন্তু সেই গতি দলিয়াওঁতাই স্রজি পঠিয়ায়। দলিৰ গতি যেনে, চন্দ্র, সূর্য্য বা গ্রহ উপগ্রহৰো গতি তেনে। সেই গতিও আদিতে আন এজনে স্রজি পঠিয়াইছে। অর্থাৎ এই গতি বস্তুৰ পাচত জন্মিছে, অর্থাৎ বস্তু জন্ম হোৱাৰ পাচত এই গতি কোনো কাৰণত উৎপন্ন হৈ চন্দ্র সূর্য্য আদি বস্তুবিলাকক ঘূৰাই লৈ ফুৰাইছে। এই গতিৰপৰা চন্দ্র সূর্য্যৰ জন্ম হোৱা নাই। ই জীৱনৰ তত্ত্ব নহয়।

জীৱন-গতি অর্থাৎ যি গতিৰপৰা জীৱন জন্মে, সেই গতি নানা প্রাণীৰ নানা ঠাইত থাকে। মানুহ, পশু, পক্ষী, আৰু এনে ৰকমৰ সকলোবোৰ জীৱৰ জীৱন গতি সিহঁতৰ হৃদয়ত থাকে। হৃদয়ত গতিৰ কৌশল বা 'কল' স্থাপিত হৈছে। সেই কৌশলৰ গুণত সিহঁতৰ শৰীৰৰ আন আন ঠাইত গতি চলা দেখা যায়। মানুহৰ হাতত, ভৰিত, আৰু আন আন ঠাইত এগছ শিৰ টিপিং টিপিং কৰে। এই টিপিং টিপিং গতিৰ জন্ম বুকুত। বুকুত এডোখৰ মঙহ আছে, সেই মঙহ ডোখৰ সদায় টিপিং টিপিং কৰি থাকে। এই গতিটো টেলিগ্রাফৰ গতি যোৱাৰ দৰে নানান শিৰেৰে গাৰ নানান ঠাইত ওলাই গৈ। বৰ দুর্ব্বল হলে শৰীৰৰ আন আন ঠাইত এই ধিপ্‌ধিপনি লোপ হয়। ইয়াকে মানুহে চলিত কথাত নাড়ি বুৰা বোলে। শৰীৰৰ আন আন ঠাইত নাড়ি

বুৰিলেও বুকুত চলি থাকে। বুকুত নাইকিয়া হলেই মানুহৰ মৰণ হয়। মানুহ, পশু, পক্ষী ইত্যাদিৰ বাহিৰে অন্য গমন জীৱবিলাকৰো গাৰ ভিতৰত এডোখৰ ঠাই আছে, সেই ঠাই ডোখৰত জীৱন গতিৰ যন্ত্ৰ থাকে, তাৰপৰা গতি ওলাই গাৰ অন্যান্য ঠাইত দেখা দিয়ে। এই ব্যৱস্থা গমন জীৱ সম্বন্ধেহে, গজন জীৱৰ ব্যৱস্থা বেলেগ। গছ-গছনিবোৰ লৰিচৰি ফুৰিব নোৱাৰে, কিন্তু সেই বাবে সিহঁতৰ গতি নাই বুলি ভাবিব নালাগে, সিহঁতৰ ভিতৰতো গতি আছে। গছ বা লতা পুলিৰপৰা ডাঙৰ হয়। ডাঙৰ হয় কিহৰ বলত? কি ক্ৰিয়াৰপৰা খুদৰ মান পুলিটো বা অঙ্কুৰটো কালত গৈ এডাল বৃহৎ গছ হৈ উঠে। গতিৰ ক্ৰিয়াৰপৰা, অৰ্থাৎ গতিৰ বলত হয়। মানুহকে আদি কৰি জীৱ জন্তুবিলাকৰ মাতৃ-গৰ্ভত শৰীৰ সৃষ্টি হয়। শৰীৰৰ আদি অৱস্থা এডোখৰ মঙহ মাথোন, তাত হাত ভৰি বা কাণ মূৰৰ কোনো চিনেই নাথাকে। সেই শৰীৰত তেতিয়া ধিপ্‌ধিপনিও নাথাকে। কিন্তু ধিপ্‌ধিপনি নাই দেখি তাৰ ভিতৰত কোনো গতি নাই বুলি ধৰিব নালাগে। মঙহ ডোখৰ পূৰ্ব্বে মঙহ নাছিল, এবিধ পনীয়া বস্তু আছিল, সেয়ে কালত গোট মাৰি মঙহ হল; পিচত সেই মঙহ ডোখৰ অনুক্ৰমে বাঢ়ি বাঢ়ি শৰীৰৰ আকাৰ ধৰিলে, অৰ্থাৎ তাৰপৰা কাণ ওলাল, হাত গজিল, ভৰি গজিল। তেনেহলে সেই মঙহ ডোখৰত বা আদিৰ সেই পনীয়া বস্তুটোত এটা গতি চলি নাছিল নে?

ধুৰূপ আছিল। কোনো বস্তু হঠাৎ মুহূৰ্ত্তকতে নাবাঢ়ে, প্ৰতি পলতে, প্ৰতি মুহূৰ্ত্ততে সেই বাঢ়ন ক্ৰিয়া চলি থাকে। নৈ বা নিজৰা যেনেকৈ অবিৰাম গতিৰে চলি থাকে, সেই দৰে বস্তুৰ বাঢ়ন ক্ৰিয়াও অবিৰাম অখণ্ড ভাৱে চলি থাকে। আমাৰ দুৰ্ব্বল চকুৰে সেই অবিৰাম গতি দেখা নাপাওঁ, গতি গোট খাই সৰহ হলে, অৰ্থাৎ বস্তুটো বাঢ়ি কিছু ডাঙৰ হলেহে বাঢ়িছে বুলি জানিব পাৰোঁ।

শৰীৰৰ আদি অৱস্থাত ধিপ্‌ধিপনি গতি নাথাকে। ইঁহৰ কণীৰ ভিতৰত জীৱনগতি যেনে ভাবেৰে বাস কৰে, তেনে ভাবেৰে শৰীৰৰ আদি অৱস্থাত জীৱন-গতি বাস কৰে। পিচত শৰীৰত এটাইবোৰ অবয়ব হৈ উঠিলে, অৰ্থাৎ হৃদয় আদি যন্ত্ৰবিলাক সম্পূৰ্ণ হলে হৃদিত ধিপ্‌-ধিপনি আৰম্ভ হয়। এই ধিপ্‌ধিপনি নতুন বস্তু নহয়, ই আদিৰ বাঢ়ন গতিৰ এটা নতুন আকাৰ বা ৰকম মাথোন। যন্ত্ৰবিশেষত গতিৰ লক্ষণ ভিন্ন ভিন্ন হয়। এটা গতিৰেই এক ৰকম যন্ত্ৰত লগাই টনাব পাৰি, আৰু এক ৰকম যন্ত্ৰত লগাই ঠেলাব পাৰি। মানুহ বা পশু পক্ষীৰ হৃদয় এটা যন্ত্ৰ, সি এক বিশেষ ৰকমৰ যন্ত্ৰ। সেই যন্ত্ৰত আদিৰ বাঢ়ন গতি বন্ধ হলে টিপিং টিপিং কৰে। গছ-গছনিৰ হৃদয় যন্ত্ৰ নাই, গতিকে সিহঁতৰ জীৱন গতিয়ে কতো টিপিং টিপিং নকৰে, অৰ্থাৎ টিপিং টিপিং কৰিবলৈ গছত কোনো যন্ত্ৰ স্থাপিত হোৱা নাই। কিন্তু গছ বাঢ়ে, আৰু মাটিৰপৰা সি ৰস

হুপি লয়, আৰু সেই ৰস ঠাল, ঠেঙুলি, পাত আদি গছৰ সকলো অঙ্গলৈকে যায়। এইবোৰ ক্রিয়া কিহৰ বলত হয়? আদিৰ সেই জীৱন-গতিৰ বলত হয়। জীৱন-গতি বস্তুৰ জনমৰপৰা মৰণলৈকে থাকে। এই গতিৰ আবির্ভাৱত জীৱ লাভ হয়, আৰু তিৰোভাৱত জীৱ শেষ হয়, অর্থাৎ জীৱৰ মৰণ হয়, অর্থাৎ বস্তু লয় পায়। সকলো সৃষ্ট বস্তুৰ লয় আছে। মানুহ সৃষ্ট বস্তু, সি মৰে। পশু, পক্ষী সৃষ্ট বস্তু, সিহঁত মৰে। গছ-গছনি সৃষ্ট বস্তু, সিহঁতো মৰে। এইদৰে আন আন যিবোৰ সৃষ্ট বস্তু আছে সকলোৰে মৰণ হয়, অর্থাৎ পৰিবর্ত্তন হয়, অর্থাৎ সিহঁতে এটা আকাৰ এৰি আন এটা আকাৰ ধৰে। মৰণ বা লয় এটা পৰিবর্ত্তন মাথোন। মৰণত শৰীৰৰ ভিন ভিন বস্তুবোৰ আদি বস্তুত গোট খায় গৈ। প্রতিমা গঢ়োতে খেৰ, বাঁহ, মাটি, ৰহণ আদি নানা বস্তু ব্যৱহাৰ কৰা হয়। সেই প্রতিমা পানীত পেলাই দিয়াৰ পাছত কি হয়? মাটিখিনি মাটিৰ লগত লগ লাগে, পানীখিনি পানীৰ লগত লগ লাগে। খেৰ, বাঁহ, ৰহণ এইবোৰো মাটি হয়; ইহঁত মাটিৰ আকাৰ বিশেষ মাথোন। বিশেষৰূপে ব্যৱহাৰৰ নিমিত্তে অর্থাৎ বিশেষ এটা কার্য্যত লগাবলৈ সিহঁতক একোটা বিশেষ আকৃতি দিয়া হৈছিল। কার্য্য হৈ গলত সিহঁতৰ সেই আকৃতিৰ প্রয়োজন নোহোৱা হল। খেৰে খেৰৰ কাম কৰি এটালে, বাঁহে বাঁহৰ কাম কৰি এটালে, ৰহণে ৰহণৰ কাম কৰি এটালে। এতিয়া

সিহঁতৰ সেই আকৃতি নলগা হল। গতিকে সিহঁতেও অনুক্রমে মাটি হৈ সিহঁতৰ আদিৰ মূৰ্ত্তি ধৰিলে। প্রতিমাৰ শৰীৰ এইদৰে পৰিবৰ্ত্তন হয়। মানুহ আৰু আন আন জীৱ জন্তুৰ শৰীৰো এই দৰেই পৰিবৰ্ত্তন হয়। মানুহ মৰিলেও তাৰ শৰীৰৰ পানী ভাগ পানীত আৰু মাটি ভাগ মাটিত লগ লাগে। এতেকে আদিৰ যিবোৰ বস্তু সেইবোৰ সকলো থাকে অৰ্থাৎ যিবোৰ বস্তু গোট খাই শৰীৰটো হৈছিল সেইবোৰ বস্তুৰ লয় নাই, কেৱল সিহঁত আগেয়ে এটা আকাৰত আছিল, এতিয়া সিহঁতে আন এটা আকাৰ ধৰিলে।

শৰীৰ লয় হয়, অৰ্থাৎ সৃষ্ট বস্তু লয় হয়, কিন্তু জীৱন-গতিৰ লয় নাই। এই দুৰ্জ্জয় গতি শৰীৰ খণ্ড খণ্ড হলেও থাকে, জীৱৰ মৰণ হলেও ইয়াৰ কাৰ্য্য শেষ নহয়। এই গতিৰ গুণত নানা বস্তুৱে নানা সময়ত নানা মূৰ্ত্তি ধৰিব লাগিছে। শৰীৰৰ মৰণ হলে, হাড় মঙহ মাটি হয়। মাটি হয় কেনেকৈ? মাটি হয় সেই গতিৰ গুণত। হাড় মঙহ বাঢ়োঁতে যেনেকৈ তিল তিলকৈ পলে পলে বাঢ়ি আছিল, পচি মাটি হওঁতেও তেনেকৈ তিল তিলকৈ পলে পলে মাটি হবলৈ ধৰে। গতিকে পূৰ্ব্বে যেনে জীৱনগতি অবিৰাম ভাৱে চলি আছিল, এতিয়াও সেই দৰে অবিৰাম ভাৱে চলি থাকে। এইদৰে হাড় মঙহ অনুক্রমে একেবাৰে মাটিৰ আকাৰ ধৰিলে গতি কলৈ যায়? গতিও লোপ হয়নে? নহয়, এই গতি লোপ হোৱা বস্তু নহয়। ইয়াৰ কাৰ্য্যৰ অন্ত নাই, ইয়াৰ হাতৰ আহৰি

নাই। ই এটা কাম কৰি এটাই আৰু এটা কামত ধৰে, সেইটো হলে, আকৌ এটাত ধৰে। এইদৰে ই আদিৰপৰা কামত ব্যস্ত হৈ আছে। শৰীৰৰ হাড় মঙহ সম্পূৰ্ণৰূপে মাটি হলে গতি অৰ্থাৎ জীৱন গতি মাটিত সোমায়, অৰ্থাৎ পৃথিবীত সোমায়, অৰ্থাৎ পৃথিবীৰ শৰীৰৰ গতিৰ লগত মিহলি হৈ যায়। অন্যান্য শৰীৰৰ ভিতৰত যেনেকৈ এটা গতি চলি আছে, পৃথিবীৰ শৰীৰৰ ভিতৰতো সেইদৰে এটা গতি চলি আছে। পৃথিবীৰ অণুৱে অণুৱে পৰমাণুৱে পৰমাণুৱে গতি আছে। এই গতিৰ গুণত পৃথিবীৰ মাটি শিল হৈছে, শিল আকৌ মাটি হৈছে, খণিত সোণ হৈছে. ৰূপ হৈছে, হীৰা হৈছে, নাগমাটি হৈছে, আৰু কত কি নহৈছে। পিচত, যদি পৃথিবী কেতিয়াবা লয় হয়, তেতিয়া গতি কলৈ যাব? গতি তেতিয়া বিশ্বৰ গতিৰ লগত লগ লাগিব অৰ্থাৎ যি গতিৰ গুণত বিশ্বৰ সৃষ্টি হৈছে, সেই গতিৰ লগত গোট খাব। বিশ্বৰ গতি কেনে? আগত কোৱা হৈছে যে চন্দ্ৰ, সূৰ্য্য বা পৃথিবী যে ঘূৰি ফুৰিব লাগিছে, সেই গতি বিশ্বৰ গতি নহয়। সেই গতি বাহিৰৰ গতি, সি সৃষ্ট গতি। বস্তুৰ শৰীৰৰ অভ্যন্তৰত যে গতি চলি থকা দেখা গল, বিশ্বৰ শৰীৰতো সেইদৰে এটা গতি চলি আছে। আমাৰ সৌৰজগত, আৰু তাৰ বাহিৰৰ আন যিবিলাক সৌৰজগত আছে, আৰু তাৰ বাহিৰেও যি আছে, অৰ্থাৎ আকাশ, এই সকলোবোৰ গোট খাই বিশ্ব। এই বিশ্ব এটা বস্তু, ভিন ভিন সৌৰজগত বা গ্ৰহ

উপগ্ৰহবিলাক ইয়াৰ বেলেগ বেলেগ অঙ্গ মাথোন। এই গোট বিশ্বৰ যি শৰীৰ তাত এটা গতি আছে। সেই গতিৰ গুণত তাতো নানাৰূপ পৰিবৰ্ত্তন হব লাগিছে। এই গতি বিশ্বগতি। আন আন শৰীৰৰ বা বস্তুৰ গতি শৰীৰ বা বস্তু লয় হলে, মূল গতিত, অৰ্থাৎ বিশ্ব-গতিত গোট খায়। স্বৰূপাৰ্থত গতি এটা, সেই গতি বিশ্বব্যাপী আছে। ভিন ভিন শৰীৰৰ গতি বিশ্বগতিৰ এটা ভাগ মাথোন। সেই ভাগ শৰীৰ বিশেষত বন্দী হৈ থাকে, পিচত শৰীৰ ধ্বংস হলে গতি উদ্ধাৰ হৈ মূল গতিৰ লগ লাগে। এটা টেকেলিত পানী ভৰাই পুখুৰীত পেলাই দিয়া। টেকেলিটো পুখুৰীৰ তলিত পৰি থাকিব, পানীখিনিও তাৰ ভিতৰত থাকিব। সেই টেকেলিৰ ভিতৰৰ পানী আৰু বাজত থকা পুখুৰীৰ পানী তেতিয়া ভিন ভিন হৈ থাকে। পিচত টেকেলিটো কিবা এডালেৰে খোঁচ মাৰি পানীৰ তলতে ভাঙি দিয়া, তেতিয়া টেকেলিৰ ভিতৰৰ পানী কলৈ যাব? পুখুৰীৰ পানীৰে সৈতে সেই পানী মিহলি হৈ নাযাব নে? পুখুৰীৰ অলপ পানী টেকেলিটোত বন্দী হৈ বা বন্ধ হৈ আছিল, টেকেলি ধ্বংস হলত সেই পানী উদ্ধাৰ হৈ মূল পানীত অৰ্থাৎ পুখুৰীৰ পানীত মিহলি হল। সেই দৰে শৰীৰত বন্দী হোৱা গতি বিশ্বব্যাপী গতিৰ মাজত বেলেগ হৈ বা পৰি থাকে, পিচত শৰীৰ লয় হলে সেই গতি গতি-সাগৰত মিহলি হৈ যায়।

গতি কি? গতি এটা বল। বল কেনে? যি গুণত বা যিহৰ প্ৰভাৱত বস্তুৱে এটা আকাৰ এৰি আন এটা আকাৰ ধৰে। মাটিত বল আছে, কিয়নো মাটিয়ে মাটিৰ আকাৰ এৰি নাগ মাটি হয় বা শিল হয়। দলিৰ এবিধ বল আছে, কিন্তু মাটিৰ বল আৰু দলিৰ বল একে নহয়। দলিৰ বল ধাৰ কৰা বল, সেই বল দলিয়ে তোমাৰপৰা ধাৰ কৰি লৈছে, তাকে ব্যৱহাৰ কৰি সি এঠাইৰপৰা আন ঠাইলৈ যায়। কিন্তু মাটিৰ বল নিজা স্বকীয়া বল। সেই বল মাটিৰ লগত জন্ম পাইছে বা সেই বলৰ যহত মাটিয়ে জন্ম পাইছে। এই বল পৰমাণু মাত্ৰতে আছে। অনেক পৰমাণু গোট খাই এটা বস্তু হয়। সেই দেখি বস্তুত বল থাকে, সেই দেখি শৰীৰৰ ভিতৰতো বল থাকে। এই বলে আদিতে প্ৰাণীৰ শৰীৰ বঢ়ায়, পিছত টুটায়, অৰ্থাৎ পচাই মাটি কৰে। কিয় মাটি কৰে? কিয় পচায়? কেৱল বঢ়াই নাথাকে কিয়? দেখা যায়, যেতিয়ালৈকে প্ৰাণীৰ জীৱ থাকে, অৰ্থাৎ প্ৰাণীটো জীয়াই থাকে, অৰ্থাৎ সি লৰিচৰি ফুৰিব পাৰে, তেতিয়ালৈকে প্ৰাণীৰ শৰীৰটো নপচে পিছত অৰ্থাৎ লৰিচৰি ফুৰিব নোৱৰা হলে অৰ্থাৎ মৰিলে শৰীৰ পচিবলৈ ধৰে। মৰণ কেতিয়া হয়? যেতিয়া বুকুৰ ধিপ্‌ধিপনি নাইকিয়া হয়, অৰ্থাৎ ধিপ্‌ধিপনিৰ যন্ত্ৰটো বন্ধ হয়। প্ৰাণী মৰা মাত্ৰই শৰীৰ পচিবলৈ আৰম্ভ কৰে। পচে কেনেকৈ? যিমান পৰমাণু গোট খাই শৰীৰটো হৈছিল, সেই পৰমাণুবিলাক

বেলেগ বেলেগ হয়, অর্থাৎ থান থান হয় অর্থাৎ যি পৰমাণু যৰ, তলৈ যায়, অর্থাৎ মাটিৰ পৰমাণু মাটিলৈ যায়, পানীৰ পানীলৈ যায়, বায়ুৰ বায়ুলৈ যায়। এইদৰে গৈ এটালে শৰীৰ পচি নাইকিয়া হয়। তেনেহলে দেখা গল, যি বলে শৰীৰ বঢ়াইছিল সেই বলেই পচালে, অর্থাৎ মৰণৰ আগেয়ে আৰু মৰণৰ পাছে দুয়ো কালতে বলটো থাকে, কেৱল মৰণৰ আগেয়ে কিবা এটাই পৰমাণুবিলাক গোট কৰি ধৰি আছিল, মৰণ হলত ধৰোঁতা নাইকিয়া হল, সেই ছল পাই পৰমাণু-বিলাক স্কুল ভাগিলে স্কুলীয়া লৰাৰ দৰে, নিজ ঘৰলৈ পিঁয়াপি দি যাবলৈ ধৰে। সেই ধৰি থকা জন কোন বা কি ?

শৰীৰটো এটা ৰেইলওৱে ইঞ্জিন। ইঞ্জিন ভাপৰ বলত চলে, শৰীৰ গতিৰ বলত চলে। ইঞ্জিনৰ ভিতৰত ভাপে কাৰ্য্য কৰিবলৈ এডোখৰ ঠাই আছে, শৰীৰৰ ভিতৰত গতিয়ে কাৰ্য্য কৰিবলৈ এডোখৰ ঠাই আছে। সেই ঠাই ডোখৰৰ নাম বুকু বা হৃদি। ভাপৰ কাৰ্য্য চলাই দিলে ইঞ্জিন চলিবলৈ ধৰে, কিন্তু ইঞ্জিনটোৱে নিজে কোনো কাৰ্য্য নকৰে। ইঞ্জিন চলাই লৈ মানুহে তাক ই কামত সি কামত লগাই দি কাম কৰায়। শৰীৰটোকো চলাই লৈ অর্থাৎ জীয়াই লৈ অর্থাৎ জীৱ দান দি চলিব পৰা কৰি লৈ কোনোবাই বা কিহ-বাই তাক ই কামত সি কামত লগাই দি কাম কৰায়। ইঞ্জিন ভাপৰ বলত যদিওবা চলে, কিন্তু সি লাগতিয়াল অলাগতিয়াল বাছি কাম কৰিব নোৱাৰে। তাক এজন

জ্ঞান বুদ্ধি থকা জীৱই, অৰ্থাৎ মানুহে চলাই লাগতিয়াল অলাগতিয়াল বুজি কাম কৰায়। শৰীৰটোকো সেইদৰে কিবা এটা জ্ঞান বুদ্ধি থকা বস্তুৱে চলায়, আৰু তাৰে লাগতীয়া অলাগতীয়া বুজি কাম কৰায়।

ৰেইলওৱে ইঞ্জিন যেনে গাড়ীৰ চকৰি ঘূৰিবৰ পূৰ্ব্বেও চলি থাকে, তেওঁ মানুহে ঘূৰিবলৈ নিদিয়ে মানে ইঞ্জিনে চকৰি ঘূৰাব নোৱাৰে, সেইদৰে শৰীৰটো চলি থাকিলেও অৰ্থাৎ সম্পূৰ্ণ নীৰোগ অৱস্থাত জীয়াই থাকিলেই সি নিজে কোনো কাম কৰিব নোৱাৰে, সেই জ্ঞান বুদ্ধি থকা বস্তু-টোৱে চলালেহে কৰিব পাৰে। টোপনিত শৰীৰ জীয়াই থাকে, অৰ্থাৎ জীৱন গতি চলি থাকে, কিন্তু সি একো কাম কৰিব নোৱাৰে, কিয়নো তেতিয়া জ্ঞান বুদ্ধি থকা বস্তুটো কৰবালৈ যায়, অথবা তাৰ কিবা হয়। এতেকে বুজা যায়, ইঞ্জিন আৰু ইঞ্জিন চলোৱা মানুহজন যেনে বেলেগ বস্তু। সেই-দৰে শৰীৰ আৰু শৰীৰ চলোৱা বস্তুটোও বেলেগ বস্তু। ইহঁত দুয়োবো ভিতৰত একো সম্বন্ধ নাই। মানুহে যেনেকৈ ঘৰত বাস কৰে, ইও তেনেকৈ শৰীৰত বাস কৰে। ঘৰ বেয়া হবলৈ বা ভাগি যাবলৈ ধৰিলে মানুহে বেয়া হবলৈ বা ভাগি যাবলৈ নিদিয়ে, ভাল কৰি লয়; সেইদৰে বোধ হয়, শৰীৰ বেয়া হবলৈ ধৰিলে, অৰ্থাৎ শৰীৰৰ পৰমাণুবিলাক বেলেগ হব খুজিলে, সেই জ্ঞান বুদ্ধি থকা বস্তুটোৱে হবলৈ নিদিয়ে, কিবা স্বৰূপে ধৰি ৰাখে।

শৰীৰ পচিবলৈ নিদিয়াকৈ যেয়েই বা যিহেই ৰাখক নাৰাখক শৰীৰটো যে এটা কিবা জ্ঞান বুদ্ধিবিশিষ্ট বস্তুৱে চলায়, ইয়াৰ কোনো সন্দেহ নাই। পিছত, এই জ্ঞান বুদ্ধিবিশিষ্ট বস্তুটো অৰ্থাৎ এই চিদ্‌যুক্ত বস্তুটো কি? ইয়াৰ প্ৰকৃতি কেনে, ই আগেয়ে কত আছিল, কেনেকৈ শৰীৰলৈ আহিল? এনেবিলাক প্ৰশ্নই মানুহক জুমুৰি দি ধৰে, কিন্তু মানুহে সিহঁতৰ উত্তৰ বিচাৰি নাপায়। আদিৰ সমস্যা আকৌ ওলাল। ইমান বিচাৰ কেৱল কথাৰ খৰচ। তাৰপৰা আচল সমস্যা সম্বন্ধে কোনো ফলোদয় নহল। এই সমস্যাৰ খণ্ডন বিচাৰি মানুহে যেই বাটেৰে যাওক নাযাওক খণ্ডন নাপায়। ই দুৰ্জ্জয় সমস্যা, ইয়াৰ খণ্ডন নাই, ইয়াৰ উত্তৰ নাই। কিন্তু কোনো কোনো পণ্ডিতে উত্তৰ পোৱা বুলি কয়। সিবিলাকে সেই উত্তৰ নানা শাস্ত্ৰত ব্যাখ্যা কৰিছে, কিন্তু উত্তৰ সন্তোষ-জনক যেন বোধ নহয়। সেই পণ্ডিতসকলৰ বাহিৰে ই আন কাৰো মনৰ খুকুৰি ভাঙিব পৰা নাই, নাইবা এই সম্বন্ধে আজিও বিচাৰ চলি নাথাকিলেহেঁতেন। যত বিচাৰ মানে চিদ্ সম্পৰ্কে নিষ্ফল। বিচাৰত সৎ পোৱা যায়, সৎ সহজে প্ৰমাণ হয়। সৎ চকুৰে দেখিবলৈ পোৱা বা মনেৰে ভাবি ধৰিব পৰা বস্তু। সৎ নানা আকাৰত থাকিব পাৰে। সি স্থূল আকাৰতো থাকে, সূক্ষ্ম আকাৰতো থাকে। বস্তু এটা সতৰ স্থূল আকাৰ, তাৰ ভিতৰত থকা গতি সূক্ষ্ম আকাৰ। দুয়ো কিন্তু একে বস্তু, অৰ্থাৎ ভূতৰ সমষ্টি। কোনো এটা

বস্তু ভাগ কৰি নিলে, অৰ্থাৎ ভগীয়াই সৰু সৰু কৰিলে, অৰ্থাৎ সৰুতকৈ সৰু কৰিলে, অৰ্থাৎ যৎপৰোনাস্তি সৰু কৰিলে, তাৰ স্থূল দেহ নাথাকে, অৰ্থাৎ আকাৰ নাথাকে, থাকে কেৱল সূক্ষ্ম দেহ, অৰ্থাৎ গতি। বিজ্ঞানৰ গুণত বুজা গৈছে যে, দৃশ্যমান শৰীৰটো একো নহয়, ই এটা ভুৱা বা বাজিকৰৰ ফাং। ই গতিৰ বা শক্তিৰ সমষ্টি মাথোন। বিজুলী এটা গতি, ইও অৱস্থা বিশেষত চকুৰ গোচৰ হয়। দৃশ্যমান সকলো বস্তু গতিৰ এটা বিশেষ অৱস্থা মাথোন।

চিৎ এটা অনুমানৰ বস্তু, ইয়াক কোনেও চকুৰে দেখা নাই বা আন কোনো ইন্দ্ৰিয়েৰে বোধ কৰা নাই, কেৱল বিশ্বৰ বস্তুবিলাকৰ প্ৰকৃতি দেখি মানুহে চিৎ আছে বুলি অনুমান কৰে। চিৎ বুদ্ধি জ্ঞানৰ এটা বেলেগ নাম। বিশ্বৰ বস্তুবিলাক এনেৰূপে সৃষ্ট হৈছে যে, তাৰপৰা স্ৰজোঁতাৰ জ্ঞান বুদ্ধি বিদিত হৈ পৰিছে, অৰ্থাৎ জ্ঞান বুদ্ধি নথকা লোকে বস্তু সেইদৰে কৰিব নোৱাৰিলে-হেঁতেন। প্ৰত্যেক বস্তুতেই উদ্ভাৱন আৰু মৰণৰ মন্ত্ৰ বন্ধা আছে, অৰ্থাৎ বস্তু উৎপন্ন হবলৈ বা লয় হবলৈ কোনেও কাৰবাৰ কৰিব নালাগে। এটা বস্তুৱে তাৰ সদৃশ আন এটা বস্তু উৎপন্ন কৰিব পাৰে। মানুহে মানুহ কৰিব, গছে গছ কৰিব পাৰে, আৰু চিৰকাল কৰিব লাগিছে। সেইদৰে জগতে জগৎ কৰিব পাৰে, অৰ্থাৎ এক জগৎ লয় হলে আকৌ তাৰপৰা নতুন জগৎ উদ্ভৱ হব পাৰে, নতুন জগৎ কৰিবলৈ আন নতুন কাৰবাৰ কৰিব নালাগে। বিশ্ব নানা জগতৰ সমষ্টি, তাৰো লয় আছে, আৰু

উত্তৰ আছে। মূঠতে কব লাগিলে সকলো বস্তু বাৰে বাৰে হৈছে আৰু মৰিছে, হৈছে আৰু মৰিছে, কিন্তু হবলৈ আৰু মৰিবলৈ নতুন আহুদি নালাগে, সেইকেঁতাই আদিতে মৰণৰ আৰু জনমৰ আহুদি বস্তুৰ ভিতৰত বান্ধি দিছে। এই ব্যৱস্থা বুদ্ধি নথকা কোনোবা বস্তুৰ পৰা ওলাব পাৰে নে? কেতিয়াও নোৱাৰে। এতেকে, সৃষ্টিৰ আদি কাৰণ কেৱল শক্তি অৰ্থাৎ গতি নহয়, সেই শক্তি বা গতিত জ্ঞান আছে, বুদ্ধি অৰ্থাৎ তাৰ ভিতৰত বেয়া ভাল বুজিবৰ ক্ষমতা আছে। এইটো মানুহৰ অনুমান। এই অনুমান দুজন চাৰিজনৰ বাজে পৃথিৱীৰ সকলো মানুহে সঁচা বুলি মানি লৈছে। কিন্তু এই চিৎ শক্তিৰ প্ৰকৃতি কি? ই কি বস্তু?

# আহুকাল।

তাহানি শুনিছিলোঁ। বোলে মানুহৰ নিজৰ অস্তিত্বৰ প্ৰমাণ নাই, অৰ্থাৎ তুমি যে আছা, বা মই যে, আছোঁ, তাৰ একো প্ৰমাণ নাই। ই কি কথা বুজিব নোৱাৰিলোঁ, কথাটো বলিয়ালি যেন লাগিছিল। এজন পণ্ডিতে হেনো তাকে প্ৰমাণ কৰিলে। তেওঁ বোলে কয় যে, তুমি চিন্তা কৰা, এতেকে তুমি আছা; মই চিন্তা কৰোঁ, এতেকে মই আছোঁ। তোমাৰ মোৰ অস্তিত্বৰ এই প্ৰমাণ। কি গছত গৰু উঠা কথা! মই যে আছোঁ ইয়াৰো আকৌ প্ৰমাণ লাগে? কথাটো শুনোতে পোন প্ৰথমতে কিবা যেন লাগে। জগতৰ আন আন গুটীয়া বস্তুৰ লগত থাকি আৰু গুটীয়া বস্তু দেখি দেখি তুমি যে জগতৰ এক গোট স্বকীয়া বস্তু, তাত তোমাৰ সন্দেহ নহয়। জগতৰ ইবোৰ বস্তু যেতিয়াই আছে, তুমিও আছা, এই কথা স্বভাৱতে সঁচা যেন লাগে, তাৰ আকৌ প্ৰমাণ কি? কিন্তু সদায় সকলোৰে তেনেকুৱা নালাগে। অজ্ঞান শিশুক মিচিৰি বুলি শিল এডোখৰ দিলেও সি মুখত দিয়ে। তুমি মইও জগতৰ অজ্ঞান শিশু, শিলকে মিচিৰি বুলি লৈ আছোঁ। বস্তুৰ তত্ত্বলৈ মন নকৰিলে কোনো কথাতে

খুকুৰি নোলায়, বাজীকৰৰ সন্দেশ-বাতচাও সঁচা যেন লাগে। ইয়াকে তত্ত্বদৰ্শী সকলে ভ্ৰম বুলি কয়। এই ভ্ৰমৰ গুণতেই বোলে আমি এটা বস্তুকে সহস্ৰটা যেন দেখা পাইছোঁ। এজনা ব্ৰহ্মকে সহস্ৰ সহস্ৰ, গোট গোট, বেলেগ বেলেগ, একোটা যেন দেখা পাইছোঁ। হব পাৰে, কিয়নো, আমাৰো মাজে-সময়ে জগতৰ বস্তু সম্বন্ধে খুকুৰি ওলায়। কথা নুগুণিলে একো নাই, যি দেখোঁ সেয়েই সেই যেন লাগে; কিন্তু গুণিলে এইটো কি, সেইটো কি, এনেবিলাক সমস্যা ওলায়। জগতৰ বস্তুৰাশিৰ লগত সানমিহলি হৈ থাকিলে বস্তুৰ তত্ত্বলৈ চকু নাযায়, কিন্তু অকলশৰীয়া হৈ দূৰৈৰপৰা চালে জগতখন কিবাকিবি যেন লাগে। এনেকুৱা অৱস্থাতেই তুমি আছা নে নাই, বা তুমি কোন, বা কি, এনেবিলাক আহুকলীয়া আসোঁৱাহীয়া প্ৰশ্নই মনক বিমোৰ কৰে।

এই বিষয়ত আসোঁৱাহ চিৰকাল থাকিব, কিয়নো বিষয়টো মানুহৰ ধাৰণা শক্তিৰ বাজ। তেনে বিষয়ৰ এটা অলৰ-অচৰ খাটাং মীমাংসা হবৰ সম্ভৱ নাই। মানুহে বাজৰ জগৎ এৰি নিজৰ চিত্তত বা চিত্তৰ অন্তেসপুৰত সোমাই ইমান কালে ইয়াকে জানিছে, বা জানিছোঁ বুলি বিশ্বাস কৰিছে যে, মানুহৰ শৰীৰটোৱেই মানুহটো নহয়, শৰীৰৰ কৰবাত কিবা এটা আছে, সেইটোহে আচল মানুহ, সেই কিবাটো এটা শক্তিবিশেষ, অৰ্থাৎ চিৎ শক্তি, অৰ্থাৎ চৈতন্যময় শক্তি, অৰ্থাৎ ই জীয়া, আৰু ইয়াৰ ভাল বেয়া বুজিবৰ সমৰ্থ আছে।

এই শক্তিটো বোলে বিশ্ব ভৰি আছে, আমি বোলে ইয়াক এনেই দেখা নাপাওঁ, কোনো স্থূল বস্তুত আশ্রয় ললেহে দেখা পাওঁ। ই বোলে জুইৰ নিচিনা অদৃশ্য বস্তু, অর্থাৎ জুই সকলো ঠাইতে আছে, তেও আমি নেদেখোঁ, কেৱল বস্তুত আশ্রয় ললে অর্থাৎ খেৰ বাঁহৰ নিচিনা কোনো বস্তুত লাগিলে দেখা পাওঁ। এই সিদ্ধান্ত কৰি, ইয়াৰপৰা উজাই গৈ আৰু সিদ্ধান্ত কৰিছে যে, এই চৈতন্যময় কিবাটোৱেই বিশ্বৰ আদি কাৰণ, অর্থাৎ ঈশ্বৰ। ই বিশ্বৰ সকলো বস্তুতে আছে, অর্থাৎ বিশ্বৰ সকলো বস্তুৱেই চৈতন্যময়, কেৱল কোনো বস্তুত সেই চৈতন্য ভালকৈ বিকাশ পাইছে, কোনো বস্তুত অলপ বিকাশ পাইছে, কোনো বস্তুত মুঠেই বিকাশ পোৱা নাই। এই চৈতন্যময় বস্তুটোৰ বিকাশৰ পৰিমাণ অনুসৰি বস্তুৰ শ্রেণী-ভেদ হয়। শিল, মাটি, বা খনিত থকা সোণ ৰূপ আদি জড় বস্তুত চৈতন্যৰ সমূলি বিকাশ নাই, সেই দেখি সেই বস্তুবোৰ জড় হৈ পৰি আছে। কালত চৈতন্য যেতিয়া কিছু বিকাশ পায়, তেতিয়া জড় ৰূপ এৰি সেইবিলাক বস্তু উদ্ভিদ বা গজন জীৱ হৈ ওলায়, আৰু তাতকৈও বিকাশ হলে পশু পক্ষী হৈ ওলায়, তাতকৈও বিকাশ হলে মানুহ হৈ ওলায়।

বস্তু বা বিশ্ব কেৱল সেই চৈতন্যময় কিবাটোৰ প্রবাহ মাথোন। আদিৰ চৈতন্যময় শক্তিটোৰ কোনো এটা অংশ কিবা কাৰণত বস্তু হয়, অর্থাৎ এটা আধাৰত বন্দী হয়, অর্থাৎ পোন প্রথমতে জড় বস্তুত বন্দী হয়, তাৰ পাছত অনুক্রমে

বিকাশ হৈ হৈ মানুহ যোনিত পৰে, তাৰ পাছত আৰু বিকাশ হৈ পুনৰ আদিৰ মূল শক্তিত মিহলি হয়। শক্তিটো কিয় বস্তুত বন্দী হয়, বা কেনেকৈ হয়, তাৰ মীমাংসা শাস্ত্ৰত আছে, কিন্তু সেই মীমাংসা কেৱল ধৰি লব লগীয়া কথা, আমাৰ বোধৰ ভিতৰ হবলৈ তাৰ ভাল প্ৰমাণ নাই, কিন্তু কি কাৰণে বা কিৰূপে আদিৰ শক্তি জড়ৰূপ ধৰক নধৰক, জড় বস্তুৰো যে চৈতন্য বা জীৱ আছে, এই কথা অবিশ্বাস কৰিবৰ কাৰণ নাই। আধুনিক বিজ্ঞানৰ উপায়েৰে ইয়াক আমি সঠিকৰূপে জানিব পাৰিছোঁ। তেনেহলে বিশ্বৰ সকলো বস্তুৰে চেতনা আছে, আৰু সেই চেতনা, মানুহৰ চেতনা একে বস্তু।

চেতনা অনুক্ৰমে বিকাশ পায় কিয়? কোনে কব কিয়? জুয়ে পোৰে কিয়? জুয়ে পোৰাৰ কাৰণ যেনেকৈ কব নোৱাৰি, চেতনা বিকাশ পোৱাৰ কাৰণো তেনেকৈ কব নোৱাৰি। পোৰণ জুইৰ স্বভাৱ বা ধৰ্ম্ম। সেইদৰে ক্ৰমে বিকাশ পোৱাও সেই চৈতন্যময় শক্তিটোৰ স্বভাৱ বা ধৰ্ম্ম। এই ধৰ্ম্ম অনুসৰি স্থূল শৰীৰত বন্দী হোৱা চৈতন্যময় শক্তিৰ কণা অনুক্ৰমে বিকশিত হৈ পূৰ্ণ ৰূপ প্ৰাপ্ত হলে, সি বিশ্ব ভৰি থকা শক্তিত মিহলি হয়। অৰ্থাৎ তুমি আদিতে এডোখৰ শিল হৈ কৰবাত পৰি আছিলা, তোমাৰ আত্মা অৰ্থাৎ সেই চৈতন্য শক্তিটোৰ বন্দী হোৱা কণাটি ক্ৰমে বিকাশ পালত সি শিলত বাস কৰিব নোৱাৰা হল, যেনে হাঁহৰ কণীত বাস কৰি থকা হাঁহটো বিকাশ পাই কণীত বাস কৰিব নোৱাৰা হয়, আৰু

বেলেগ এটা শৰীৰ লৈ ওলাই আছে, সেইদৰে শিলত থকা তুমি বিকাশ পাই, শিলত থাকিব নোৱৰা হৈ, গজন জীৱৰ ৰূপ ধৰি বিদিত হোৱা। ইয়াৰ পিছত তোমাৰ আত্মা আৰু বিকশিত হয়। তেতিয়া সি অৰ্থাৎ তুমি গছ লতাৰ ৰূপ ধৰি থাকিব নোৱৰা হোৱা, গতিকে এটা লৰি-চৰি ফুৰিব পৰা শৰীৰ গ্ৰহণ কৰা, অৰ্থাৎ প্ৰথমে পশু যোনিত জনম লোৱা। এই শৰীৰত থাকি থাকি আকৌ যেতিয়া তোমাৰ আত্মা আৰু বিকাশ পায়, তেতিয়া তুমি পশু শৰীৰ এৰি মনুষ্য শৰীৰ গ্ৰহণ কৰা। এই ক্ৰম ধৰি চৈতন্যময় শক্তিৰ আদিৰ কণা শৰীৰ সলাই ফুৰে। জীৱবিলাক এইদৰে উন্নতি কৰি উদ্ভিদৰপৰা পশু, পশুৰপৰা মানুহ হোৱা কথা অবিশ্বাস কৰিবৰ কোনো কাৰণ নাই। আধুনিক পণ্ডিতসকলেও এই কথাৰ প্ৰমাণ পাই তাক সঠিক বুলি মানি গৈছে। লিখকে গছৰ পাত গাগিনী হোৱা নিজ চকুৰেই দেখা পাইছে। পাতটোৰ সৰহ ভাগেই গাগিনী পোকৰ ৰূপ ধৰিছিল, কেৱল ঠেঙৰ আগ কেইটা আৰু ডেউকাৰ আগ কেইটা পাতেই আছিল। মুখখন সম্পূৰ্ণে গাগিনীৰ মুখৰ আকৃতি ধৰিছিল, তথাপি তেতিয়া পাতটো সৰি পৰা নাছিল; গছৰপৰা তাক ছিঙ্গি আনিব লগীয়া হৈছিল। ছিঙ্গি আনি এৰি দিয়াত বুলি ফুৰিছিল। এই গাগিনীটো প্ৰায় দহ বাৰ দিনমান জীয়াই আছিল, তাৰ পাছত মৰিল। বোধ কৰোঁ, অকালত গছৰপৰা ছিঙ্গি ননাহেঁতেন, পূৰ্ণকালত গাগিনীটো নিজেই

গছৰপৰা সৰি পৰিলেহেঁতেন। সি যেইবা নহওক, গজন জীৱই যে কালত গমন জীৱৰ মূৰ্ত্তি ধৰে ই ধ্ৰুব কথা। কিন্তু এইদৰে শৰীৰ পৰিবৰ্ত্তন এদিনত বা এবছৰত নহয়। তুমি শিলৰ মূৰ্ত্তি ধৰি কোন ঠাইত, বা কোন খনিত কিমান যুগ পৰি আছিলা কোনে কব? সেইদৰে গছ বা লতা হৈ তাৰ পাছত পশু হৈ কিমান কাল ক'ত আছিলা তাকো কব নোৱাৰি। এই পৰিবৰ্ত্তনৰ যে কোনো এটা সময় নিৰ্দ্ধাৰিত নাই এনে নহয়। বিশ্বৰ কোনো কথাই উলামুলাকৈ নহয়, সকলো এটা বিধি বা নিয়ম অনুসৰি হয় বা চলে। আমি কোনো কোনো নিয়ম বহুত দিন দেখি দেখি জানিছোঁ। কিমান দিন উমনি দিলে বা কি পৰিমাণ তাপ দিলে হাঁহৰ বা কুকুৰাৰ কণী জগে, তাক আমি দেখি দেখি কবপৰা হৈছোঁ। সেইদৰে মানুহৰ বা গৰুৰ বা হাতীৰ পোৱালী কিমান দিনৰ মূৰত ওপজে তাকো কব পৰা হৈছোঁ। কিছুমান কথা চাবৰ উপায় নাই, সেই দেখি সেইবোৰ কথাৰ সময় আমি কব নোৱাৰোঁ। শিল এটা কিমান দিনত গছ বা লতা হয়, তাক চাবলৈ সুচল নাই, কিমান দিনত বান্দৰে এটা মানুহ হৈ জনম ধৰে, তাকো চাবলৈ সুচল নাই। কিন্তু যে এটা মূৰ্ত্তি এৰি আন এটা মূৰ্ত্তি ধৰিবলৈ বহুত যুগ লাগে এই কথাত একণো সন্দেহ নাই। এই দৰে জন্ম পৰিবৰ্ত্তন হোৱাত নানা ঠাইত তোমাৰ বংশ থাকিব পাৰে। তুমি যেতিয়া গছ বা লতা আছিলা, তেতিয়া তোমাৰ গুটিৰপৰা বা শিপাৰপৰা

পুলি হৈছিল, সেই পুলিৰ আকৌ পুলি হৈছিল। গতিকে আজিলৈকে তোমাৰ লতা জীৱনৰ বংশ কৰবাত আছে। হয়তো তোমাৰ পদূলিৰ আগত থকা বকুল গছ জোপাই তোমাৰ উদ্ভিদ জীৱনৰ বংশ। এইদৰে তোমাৰ ঘৰৰ যুঁৱৰীজনী তোমাৰ পশু জীৱনৰ পৰশ হব পাৰে। তোমাৰ ওচৰচুবুৰীয়াৰ ভিতৰত বা আন ঠাইত তোমাৰ মনুষ্য জীৱনৰ বংশ পৰিয়াল থাকিব পাৰে বা আছে। যেতিয়া আদিৰ চৈতন্য-কণাটো উন্নতি কৰি মনুষ্য জীৱনৰো ওপৰলৈ যায় তেতিয়া সি দেৱতা হয়, অৰ্থাৎ তেতিয়া আৰু তাক স্থূল দেহ নালাগে, কেৱল সূক্ষ্ম দেহেৰেই থাকিব পৰা হয়। দেৱতাৰ ভিতৰতো কেইবা শ্ৰেণীও আছে, সিবিলাক এটাইৰেই শৰীৰ সূক্ষ্ম। মানুহৰ শৰীৰটো হেনো কেইবা খলপীয়াও। এটা খলপ স্থূল এইটোকে আমি চকুৰে দেখোঁ। বাকীবোৰ সূক্ষ্ম, চকুৰে নেদেখি। মৰণত মানুহৰ স্থূল খলপটোৰ পতন হয়, বাকী-বোৰ, অৰ্থাৎ সূক্ষ্ম খলপবোৰ থাকে। আদিৰ চৈতন্য কণা-টোৱে, অৰ্থাৎ আত্মাটোৱে হেনো বাকীবোৰকে লৈ ওলাই যায়। বাকী খলপৰ ভিতৰতো, অৰ্থাৎ সূক্ষ্ম খলপৰ ভিতৰতো ডাঠ পাতল আছে। স্থূল খলপৰ পাচতে যি খলপ ওলায় সি সূক্ষ্ম খলপবোৰৰ ভিতৰত ডাঠ। ইয়াকে প্ৰেত শৰীৰ বোলে। প্ৰেতবিলাক নিচেই নামনিৰ দেৱতা। কালত এই খলপাৰো পতন হয়, তেতিয়া আত্মাটো বাকী কেইখলপলৈ ওলাই যায়। তেতিয়া সি ওপৰ খাপৰ দেৱতা হয়। এইদৰে

এটাৰ পাচত এটা খলপা এৰি আত্মাটো উধাই গৈ থাকে, অর্থাৎ তলৰ খাপৰ দেৱতাৰ পৰা ক্রমে উধাই গৈ ওখ খাপৰ দেৱতা হয়, অর্থাৎ ইন্দ্রত্ব লাভ কৰে, বা আন কোনো ওখ খাপৰ দেৱতাৰ ঠাইত ওলায় গৈ। নামনিৰ খাপৰ দেৱতা কেতিয়াবা কর্ম্মফলত নামি আহি স্থূল শৰীৰ পাব পাৰে, অর্থাৎ আকৌ মানুহ বা আন কিবা স্থূলদেহী প্রাণী হব পাৰে। যাওক, সেই কথা বিচাৰৰ বিষয় নহয়। সম্প্রতি কথা এই যে, মানুহ মৰি, অর্থাৎ স্থূল খলপ এৰি আদিতে প্রেত-দেৱতা হয়, তাৰ পাচত প্রেত শৰীৰ এৰি তাতকৈ ওখ খাপৰ দেৱতা হয়। এইদৰে অনুক্রমে উধাই যাওঁতে সূক্ষ্ম খলপা এটাও নাইকিয়া হয়। তেতিয়া আত্মা অর্থাৎ আদিৰ চৈতন্য-কণাটো উদ্ধাৰ পায়, অর্থাৎ সি আৰু কোনো শৰীৰত বাস কৰিব নলগা হয়। তেতিয়া কণাটো মূল চৈতন্যময় শক্তিত মিহলি হয় বা লীন যায়।

প্রাণী মাত্রৰে জীৱনৰ এটা নির্দ্দিষ্ট সীমা আছে, অর্থাৎ কোন প্রাণী কিমান কাল জীব তাৰ সীমা নির্দ্ধাৰিত কৰা আছে। আঁহত গছ ইমান দিন জীয়ে, তেতেলি গছ ইমান দিন জীয়ে, গৰু ইমান দিন, হাতী ইমান দিন, মানুহ ইমান দিন। এইদৰে সকলো জীৱৰে আয়ুসৰ কাল স্থিৰ কৰা আছে। আয়ুসৰ কাল আকৌ শৰীৰৰ প্রকাৰৰ ওপৰত নির্ভৰ কৰে। হাতী এটাৰ শৰীৰ এনেভাবে গঠিত যে, সি ইমান বছৰতকৈ সৰহ দিন টিকিব নোৱাৰে। এই ব্যৱস্থাৰ গুণত

এটা আত্মাই কেইবা বাৰো একে যোনিতে জনম লব পাৰে। বিবেচনা কৰা এটা আত্মাৰ হাতীৰ শৰীৰ এৰি বান্দৰ হবৰ সময় পূৰ হোৱা নাই, এনেতে হাতী বুঢ়া হল, অৰ্থাৎ হাতী-টোৰ শৰীৰ যিমান দিন টিকিব পাৰে টিকিল, আৰু টিকিব নোৱৰা হল অৰ্থাৎ হাতীটো মৰিল। কিন্তু হাতীৰ মূৰ্ত্তি এৰিবলৈ এতিয়াও আত্মাটোৰ সময় নৌহয়। এতেকে তাক হাতীৰ এটা ন শৰীৰ লাগিল, এতেকে সি আকৌ হাতী হৈ জনম ধৰিলে। মনুষ্য শৰীৰৰো সেই কথা। এক বা দুই জন্মত তোমাৰ মনুষ্য শৰীৰ এৰিবৰ সময় নহব পাৰে। তেনেহলে তুমি উলটি উলটি ন ন মনুষ্য শৰীৰ লবা, অৰ্থাৎ মানুহ হৈ জনম ধৰিবা। মনুষ্য জন্মত প্ৰবৃত্তি অনুসাৰে জাত বা শ্ৰেণীভেদ হয়, অৰ্থাৎ যি আত্মাৰ যেনে প্ৰবৃত্তি সেই আত্মাৰ তেনে জাতত বা বংশত জন্ম হয়। এই বিধি মতে কোনো চণ্ডাল-বংশত, কোনো মেতৰ-বংশত, কোনো ৰাজবংশত জন্ম পায়। এইদৰে নানা যোনি ভ্ৰমি ভ্ৰমি যেতিয়া কাল পূৰ হয়, তেতিয়া তুমি আদি শক্তিত লীন হৈ নাইকিয়া হোৱা। এই অৱস্থাকে শাস্ত্ৰত মোক্ষ বা নিৰ্ব্বাণ বোলে। এই অৱস্থা পাবলৈ অতীজৰ পণ্ডিত সকলে যোগ ধ্যান আদি নানাবিধ উপায় উলিয়াই থৈ গৈছে।

আদিৰ চৈতন্যময় শক্তি নিৰ্ম্মল, সেই দেখি তাক নিৰঞ্জন বোলে। তাৰপৰা ওলাই অহা কণাবিলাক মলিয়ন। মলিয়ন বোলাত ধূলি বালি লাগি মলিয়ন হোৱা বুলি বুজিব

নালাগে। চিতৰ মলি ধূলি বালি নহয়; ইয়াৰ মলি কাম, ক্রোধ, লোভ, মোহ আদি কুপ্রবৃত্তি আৰু দয়া ভক্তি আদি সুপ্রবৃত্তিবিলাকহে। আদি শক্তিত এইবিলাকৰ ভাঁজ নাই, ফাটি অহা কণাবিলাকত আছে। যেতিয়ালৈকে এই ভাঁজ থাকে তেতিয়ালৈকে কণাটি শৰীৰ ধৰি বেলেগ হৈ থাকে। যেতিয়া ভাঁজ গুচি নিভাঁজ হয়, অর্থাৎ নিৰঞ্জন হয়, তেতিয়া সি আদি শক্তিত মিহলি হয়। আদিতে ভাঁজ সোমাল কিয়, সেই কথা নুসুধিবা, কিয়নো তাৰ উত্তৰ নাই বুলি আগেয়ে কোৱা হৈছে। এই বিষয়ত অতীজৰ মহাপুৰুষবিলাকৰ ভিতৰতো মতৰ মিল নাই। ধৰি লোৱা যে কিবা কাৰণত নিভাঁজ চৈতন্যত ভাঁজ সোমাই সেই অংশ ফাটি বেলেগ হৈ আহে, আৰু সেয়েই ভাঁজ এৰি নিভাঁজ হবলৈ নানা যোনিত নানা মূৰ্ত্তি ধৰি ফুৰে, শেহান্তৰত নিভাঁজ হৈ নাইকিয়া হয়, অর্থাৎ মাইকী চৈতন্যত লীন হয়। এইদৰে আদিৰ চৈতন্য শক্তি খুদ খুদ হৈ ফাটি আহি, নানা জন্ম ধৰি ঢুনাই ঘূৰি আগৰ ঠাই ওলাব লাগিছে, অর্থাৎ ন ন খুদ ওলাবই লাগিছে মাৰ যাবই লাগিছে। পানীৰ উতল ধৰিলে যেনেকৈ চামে চামে বুৰবুৰণি ওলাই মাৰ যায়, একে চাম বুৰবুৰণিয়েই নাথাকে, সেইদৰে আদি শক্তিৰো উতল ধৰি আছে বুলি ভাবাঁ। তাতো নানা জীৱ বুৰবুৰণিৰ নিচিনা ওলাই মাৰ যাব লাগিছে। এই বুৰবুৰণিয়েই সংসাৰ। ই কেতিয়াৰপৰা আৰম্ভ হৈছে কোনেও কব নোৱাৰে, আৰু

কেতিয়া যে অন্ত হব, বা অন্ত হব নে নহয়, তাকো কব নোৱাৰে।

আদি শক্তিৰপৰা ফাটি অহা কণা, অৰ্থাৎ তুমি বা মই এদিন গৈ সেই শক্তিত লীন হম, কিন্তু আপোনা-আপোনি লীন হবলৈ বহুত যুগ লাগে, আৰু এই দীঘল কালৰ ভিতৰত বহুত বাৰ জন্ম আৰু মৰণ হয়। জন্ম মৰণ বৰ কষ্টদায়ক, সেই দেখি আগৰ মহাপুৰুষসকলে তাকে কমাবলৈ কেতবিলাক উপায় উলিয়াইছিল। যোগ সেই উপায়বোৰৰ এটা, ভক্তিও এটা। যোগ বা ভক্তি পথৰ আলম লৈ চিত্তৰ মলি সোনকালে গুচাব পাৰি, আৰু মলি যিমান গুচে সিমান জন্ম মৰণৰ সংখ্যা কমি যায়, গতিকে কষ্টও কমে। কিন্তু জন্ম মৰণ কমাৰ অৰ্থ কি? যিটি কণা আজি লীন হল, সেইটিয়েই আকৌ ফাটি ওলাই সংসাৰ ভ্ৰমিবলৈ আহে। এইদৰে অহা যোৱা কৰিবই লাগিছে। উতলি থকা পানী এচৰুত যি চাম বুৰবুৰণি এবাৰ ওলাল, সেই চাম মাৰ গৈ আকৌ এচাম ওলাল। পাছত নকৈ ওলোৱা চামত আগৰ মাৰ যোৱা চামৰ কোনোটো নাই নে? কিয় নহব? পানী মাথোন এচৰু। সেই পানীয়েই বুৰবুৰণি হৈ এবাৰ ওলাইছে এবাৰ মাৰ গৈছে, গতিকে মাৰ যোৱা বুৰবুৰণিয়েই ঘূৰি ঘূৰি ওলাব লাগিছে। এই কথাত খুকুৰি থাকিবৰ কোনো কাৰণ নাই। হব পাৰে যে যিটো বুৰবুৰণি ওলাই মাৰ গল, ঠিক সেইটোৱেই ডুনাই নোলায়। কিন্তু পানী মাথোন একে চৰু। সেই পানীৰেই বুৰবুৰণি

গঠিত হৈ ওলায়, গতিকে এটা মাৰ যোৱা বুৰবুৰণি সম্পূৰ্ণে ডুনাই নোলালেও তাৰ যে অংশ এটা ন বুৰবুৰণিৰ ৰূপ ধৰি ওলায়, এই কথা নুই কৰিব নোৱাৰি। তেনেহলে উদ্ধাৰৰ অৰ্থ কি? মোক্ষৰ অৰ্থ কি? জন্ম মৰণৰ দুখ কেনেকৈ কমিল? একে পানীয়েই উতল ধৰি থকৃবকাই এবাৰ উঠে, এবাৰ মাৰ যায়, আকৌ উঠে আকৌ মাৰ যায়। উঠিলেই জন্ম, মাৰ গলেই মৰণ, গতিকে জনম মৰণ দিন ৰাতিৰ নিচিনা আহি গৈ আছে, আৰু আহি গৈ থাকিবও। বিশ্বৰ সকলো বস্তুতেই এই বিধিৰ কাৰ্য্য দেখা যায়, ইয়াৰ অন্যথা কতো নাই। তেনেহলে জন্ম মৰণ কমাবলৈ পুৰুষাৰ্থ কিয়? জন্ম মৰণ নিয়তি, সংসাৰৰ মূল কাৰণ, বিশ্বৰ মেৰুদণ্ড। জন্ম মৰণ নাইকিয়া হলে বিশ্ব কেনেকৈ ৰব? বিশ্ব এটা চকৰিৰ ঘূৰণ। ঘূৰণ বন্ধ হলে বিশ্ব নাই। জন্ম মৰণ এটা ঘূৰণ মাথোন, ইয়াক বন্ধ কৰিবলৈ চেষ্টা কৰা, আৰু বিশ্ব লোপ কৰিবলৈ চেষ্টা কৰা একে কথা। কিন্তু এই চেষ্টা বৃথা, কিয়নো বিশ্বত এনে কৌশল আছে যে, তাক লোপ কৰা সম্ভৱ নহয়। বিশ্ব আপুনি চলে, একোৰে আলম নালাগে। আদিতে গৰাকীয়ে যি আহুদি বান্ধি দিছে সেই আহুদিয়েই তাক চিৰকাল চলাই আছে, আৰু থাকিব। মানুহে ভাবে যে সিহঁতে ইচ্ছা কৰি মানুহৰ সংখ্যা বঢ়াব বা টুটাব পাৰে। কোনেও সংসাৰ নকৰিলে অৰ্থাৎ সংসাৰ আশ্ৰম গ্ৰহণ নকৰিলে মানুহ জাতি অচিৰে লোপ পাব। হয়, ইচ্ছা কৰিলে মানুহ

জাতি লোপ কৰিব পাৰি, কিন্তু অকল মানুহ জাতিয়েই সংসাৰ বা জগৎ নহয়। এই জগতত অনন্ত কোটি জীৱৰ বাস, আৰু সেইবিলাক জীৱ চামে চামে ওলাই মাৰ যাব লাগিছে। তাক বন্ধ কৰিবা কেনেকৈ? বিৰিণাৰ ফৰিংটি, গছৰ চৰাইটি, হাবিৰ হাতী মহ সংসাৰৰ প্ৰজা। সিহঁতে নিয়তিৰ ডঁৰিয়লিত সংসাৰ বঢ়াব লাগিছে। সিহঁতক হাক দিবা কেনেকৈ? হাজাৰ বাৰ ভাঙ্গি দিলেও টুনিয়ে তাৰ বাহ বান্ধে আৰু সংসাৰ বঢ়ায়। লক্ষ বাৰ ভাঙ্গি দিলেও মৌৱে চাক সাজে, তাক হাক দিবা কেনেকৈ? এইদৰে জগতৰ প্ৰাণী মাত্ৰেই সংসাৰ বঢ়োৱাত ব্যস্ত। সংসাৰত সিহঁতৰ ৰাপ দেখিলে বিস্ময় মানিব লাগে। মানুহে যদিও সংসাৰ আশ্ৰম এৰিব পাৰে, আন জীৱ জন্তুৱে এৰিব নোৱাৰে। সংসাৰ কৰা সিহঁতৰ এটা ব্যাধি। সময় পৰিলে সিহঁতে পোৱালি নুফুকোৱাকৈ থাকিব নোৱাৰে। মানুহ সংসাৰ আশ্ৰম এৰি লোপ হলেও আনবিলাক জীৱ থাকিব। পানীত মাছ মগৰ, আকাশত চৰাই চিৰিকটি, হাবিত হৰিণা সদায় থাকিব। এতেকে সংসাৰ লোপ কৰাৰ চেষ্টা বৃথা। মানুহ নোহোৱা হব পাৰে, কিন্তু তাৰপৰা জগতৰ কি দইন পৰিব? যেনে জগত তেনেই থাকিব। পৃথিবী হবৰপৰা কত জাতি জন্তু লোপ হৈছে, আৰু কত ন জাতি ওলাইছে। সেইদৰে মানুহ জাতি লোপ হৈ আন কিবা এক জাতিৰ জীৱ ওলাব পাৰে, বা নোলাবও পাৰে, তাৰপৰা জগতৰ বা সংসাৰৰ

হানি বিঘিনি একো নাই। এতেকে আদি শক্তিত লীন যাবলৈ, অর্থাৎ মোক্ষ লাভ কৰিবলৈ চেষ্টা কৰাৰ কোনো সকাম দেখা নাযায়।

বিশ্ব লোপ হব পাৰে, যদি আদি শক্তিৰপৰা কেটামান লেখৰ কণা ফাটি ওলাইছে, তাতকৈ আৰু সৰহকৈ ওলোৱা নাই বা নোলায়। কিন্তু তালৈ মানুহে কাৰবাৰ কৰিব লাগিছে কিয় ? বিশ্বৰ গুৰি কথা যদি সেয়েই হয়, তেনেহলে সি কাল পূৰ হলে আপোনা-আপুনি লোপ হব। কিয়নো, ফাটি অহা কণা কালৰ গতিত এটি এটিকৈ উদ্ধাৰ হৈ এক সময়ত শেষ হবই লাগিব, আৰু কণাবিলাক এইদৰে উদ্ধাৰ হৈ শেষ হলে বিশ্ব লোপ হব। কিন্তু সৃষ্টিৰ নিয়মলৈ চালে কেইটামান লেখৰ কণা কোনবা এক যুগত ফাটি আহি সেয়েই ঘূৰি ঘূৰি ভ্ৰমি ভ্ৰমি বিশ্ব পতা বুলি বিশ্বাস নহয়। বিশ্বৰ সকলো বস্তুৰেই অৰ্থাৎ গছ লতা, পশু পক্ষী, পোক পৰুৱা চামে চামে ওলোৱা আৰু মাৰ যোৱা দেখা যায়। চকুৰ আগত এই দৃষ্টান্ত দেখিও বিশ্বখন কেৱল কেইটামান লেখৰ বস্তুৰ সমষ্টি বুলি পতিয়াবলৈ বৰ টান। নিশ্চয় বিশ্বখন আদি শক্তিৰ উতল আৰু বিশ্ববাসী চেতন অচেতন সকলোবস্তু সেই উতলৰ বুৰবুৰণি। এয়েই যদি হয়, তেন্তে নিৰ্ব্বাণ কি ? উদ্ধাৰ কি ? মোক্ষ কি ?

বিশ্বৰ অন্ত আৰু এক ৰকমে হব পাৰে। যদি আদি শক্তি উতলিবলৈ এৰে, তেনেহলে বিশ্ব একে তিলে নাইকিয়া

হব। কোনো কোনো দৰ্শনত উতল অনাদি বুলি নকয়। আদি শক্তিৰ উতলক শাস্ত্ৰত স্পন্দন বুলিছে। সেই স্পন্দন হেনো আগেয়ে নাছিল। আগেয়ে আদি শক্তি স্থিৰ চৰিয়াৰ পানী যেন অলৰ-অচৰ আছিল। পাছত কিবা কাৰণত—শাস্ত্ৰত কয় আদি শক্তিৰ ইচ্ছাত—স্পন্দন আৰম্ভ হল। যেই স্পন্দন, সেই বিশ্বৰ উৎপত্তি। যদি আদি শক্তি কেতিয়াবা নিশ্চল আছিল, তেনেহলে কেতিয়াবা আকৌ নিশ্চল হব পাৰে, আৰু তেতিয়া বিশ্ব আপোনা-আপুনি অন্তৰ্দ্ধান হব। বিশ্বৰ যদি এই দৰেই উৎপত্তি, তেও তাক অকালত লোপ কৰিবলৈ চেষ্টা কৰা বৃথা। কাৰণ, যিমান দিন স্পন্দন অৰ্থাৎ উতল থাকে, তুমি ওলাই সোমাই থাকিবই লাগিব। এই যাতায়তৰ হাত কেনেকৈ এৰাবা ?

# সুমৰণ।

বিতোপন দেশ, সুখৰ ৰাজ্য, আনন্দৰ অময়া পুৰী! এই দেশত মোৰ ঘৰ। ইয়াত বিষাদ নাই, বিকাৰ নাই, নিকাৰ নাই, আশা নাই, দুৰাশা নাই, কামনা নাই আৰু নাই ইয়াত আন্ধাৰ। মোৰ দেশত সূৰ্য্য নাই, তেও সদায় পোহৰ; চন্দ্ৰ নাই, তেও জোনাক; মলয়া নাই, তেও জুৰ; ফুল নাই, তেও গোন্ধত আমোলমোল। মোৰ দেশত কোনো ঠাই দূৰৈ নহয়, কোনো ঠাই ওচৰ নহয়, সকলো বস্তু সকলো ঠাইতে সদায় আছে। ইয়াত আজি নাই, কালি নাই বা পৰশু নাই। ইয়াত সদায় আজি, অনন্ত আজি। ইয়াত কালৰ বন্ধন বা দেশৰ জেওৰা নাই। ইয়াত সকলো প্ৰাণী সকলো ঠাইতে আছে, আৰু সদায় আছে। এই বিচিত্ৰ দেশত মোৰ ঘৰ। ই বিষাদবিবৰ্জ্জিত দেশ। ইয়াৰ ভাষাত বিষাদ কথা নাই, ইয়াৰ প্ৰাণীবিলাকে বিষাদ কি নাজানে, ইহঁতৰ বিষাদৰ ধাৰণা নাই। এই দেশত মোৰ চৈধ্য পুৰুষীয়া খিলঞ্জি ঘৰ। ইয়াত মোৰ পিতা, পিতামহ, প্ৰপিতামহ, প্ৰপিতামহৰ প্ৰপিতামহ, আৰু তেওঁৰ প্ৰপিতামহ বাস কৰিছিল। ময়ো ইয়াত বাস কৰিছিলোঁ। ইয়াত মই আনন্দময় আছিলোঁ। ইয়াত মই স্থিতি, চেতনা আৰু

আনন্দ এই তিনি বস্তুৰ সমষ্টি আছিলোঁ, এই তিনিৰ বাহিৰে মোত আন বস্তু নাছিল। মোৰ শৰীৰৰ ভাৰ নাছিল, শৰীৰ বতাহ যেন পাতল আছিল। মই গোটেই দেশ জিনি আছিলোঁ। পানী যেনে পৃথুৱী ভৰি থাকে, বতাহ যেনে দেশ ভৰি থাকে, সেইদৰে ময়ো দেশ ভৰি আছিলোঁ। মোৰ ইচ্ছাময় দেশ, ইচ্ছাত সকলো হয়, সকলো জন্মে, আৰু সকলো নোহোৱাও হয়। এই বিনন্দীয়া দেশত মোৰ ঘৰ, এই আপুৰুগীয়া ঠাইত মোৰ বাস, ইয়াতে মোৰ বিনন্দ-বিলাস গৃহস্থালি আছিল।

এদিন হঠাৎ বিকাৰ, হঠাৎ পোহৰ দেশ আন্ধাৰ হল, ফৰকাল দেশত ঘন কুঁৱলিয়ে দেখা দিলে। মই একো নেদেখা হলোঁ। দেশ ভৰি থকা মই কোঁচ খাই সৰু হলোঁ। এটি খুদ বা অণু বা পৰমাণু যেন হলোঁ। নহয়, তাতোকৈ সৰু হলোঁ, ইমান সৰু হলোঁ যে, মই কথাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। মুঠতে কব লাগিলে মই বিভাগবিবৰ্জ্জিত বা অবিভাজ্য হলোঁ। মোৰ স্থিতি, চেতনা আৰু আনন্দ তিনিও সেই সৰু বস্তুত সোমাল। তাৰ পাছে কি হল আৰু মই কব নোৱাৰোঁ, আৰু আছিলোঁ নে নাছিলোঁ মোৰ মনত নাই। মোৰ জ্ঞান হেৰাল।

মই আকৌ হঠাৎ সাৰ পালোঁ। মই এতিয়া সেই দেশত নাই। এতিয়া যত আছোঁ, ই ভিন দেশ, ই দেশ নহয়, বিদেশ। ইয়াত মোৰ দেশৰ একো নাই, ইয়াত সকলো ভিন,

এনে ভিন যে তুলনা দিব নোৱাৰি। ই সক দেশ, ইমান সৰু যে ই মোৰ দেশৰ এচুকো নভৰে। ইয়াত সদায় পোহৰ নাথাকে, মাঝে মাঝে আন্ধাৰ হয়। বিষাদ ইয়াৰ খিলঞ্জি অধিবাসী, আনন্দ ওপঙতীয়া বিষাদ ইয়াৰ গিৰিহত, আনন্দ আলহি, এই আছে, এই নাই। ইয়াত দেশ আৰু কালৰ অখণ্ড প্ৰতাপ। ইয়াত জীৱনৰ বাধা বিঘিনি বহুত, জীৱৰ শত্ৰু অলেখ। মই সাৰ পাই পোন প্ৰথমে দেখিলোঁ পোহৰ। 'সাৰ পাই' বুলিলোঁ হয়, কিন্তু দৰাচল পক্ষত সি সাৰ পোৱা নহয়, কিয়নো, তেতিয়া মোৰ আগৰ জ্ঞান নাছিল, মই কোন, কৰ, কেনেকৈ ইয়াত আহি ওলালোঁ, একো কব নোৱাৰিছিলোঁ। সি যেইবা নহওক, মই জয়জয়তে পোহৰ দেখিলোঁ আৰু কিবাকিবি দেখিলোঁ, মনত নাই, বা যি দেখিলোঁ তেতিয়া বুজিব নোৱাৰিলোঁ। কেৱল মনত পৰে, মই যেন কিহবাৰ মাজত বন্ধ হৈ আছোঁ। এইদৰে কিছুকাল যোৱাৰ পাছত বুজিলোঁ যে, মই পৃথিবীত। এওঁ মোৰ আই, এওঁ বোপাই। এওঁলোকে মোক খুৱাই-ধুৱাই লালি-পালি ডাঙৰ কৰিব; আৰু বুজিলোঁ যে এই মোৰ ঘৰ, এই মোৰ দেশ, ইয়াতে চিৰকাল বাস কৰিব লাগিব। এই জ্ঞান বান্ধি লৈ জীৱনৰ পথত যাত্ৰা কৰিলোঁ। কিছুমান দিন উকলি গল, ময়ো জীৱন-পথত কিছুমান আগুৱালোঁ। এদিন আই বোলা জনা হঠাৎ দীঘল হৈ পৰিল, উঠিব নোৱৰা হল। বোপাই বোলা জনাই কান্দিলে, আৰু ওচৰ চুবুৰীয়াবিলাকে আই

বোলা জনাক পৰি থকা ঠাইৰপৰা তুলি নি কতবা থৈ আহিল; কলৈ নিলে, কত থলে মই কব নোৱাৰিলোঁ, কিন্তু তেওঁ আৰু দুনাই উলটি নাহিল। বোপাই বোলা জনাই মোক পতিপাল কৰিবলৈ ধৰিলে। আইৰ কথা সুধিলে তেওঁ কয় বোলে তোৰ আয়েৰ মৰিল, তেৰোঁ হেনো কেতিয়াবা এদিন মৰিব। এই কথা শুনি মোৰ মূৰ্চ্ছাছুট হল, মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে; ভয় হল যে, বোপায়ো যদি এইদৰে মৰে, তেন্তে মোৰ গতি কি হব। কিছুমান দিন গলত মই আইৰ কথা পাহৰিলোঁ। বোপাইৰ আপডালত জীৱনপথত আৰু কিছু আগ বাঢ়িলোঁ। তেতিয়া বোপায়ে মোক জ্ঞান আৰ্জ্জিবলৈ কলে, আৰু কলে যে জ্ঞান জীৱন-পথৰ বন্তি; তেলৰ বন্তি নহলে যেনে আন্ধাৰ বাটত যাবলৈ টান, জ্ঞানৰ বন্তি নহলেও জীৱনৰ বাটত যাবলৈ টান। তেওঁ আৰু কলে, যে বিদ্যাইহে জ্ঞান দিয়ে, এতেকে পোন প্ৰথমে বিদ্যা আৰ্জিব লাগে। এই কথা শুনি মই বিদ্যা শিকিবলৈ ধৰিলোঁ। মানুহে মোৰ বুদ্ধি চোকা বুলি কৈছিল। কিছুমান দিনৰ ভিতৰতে মই বিদ্যাত পৈণত হৈ উঠিলোঁ। এই সময়তে বোপাই বোলা জনাও মৰিল। তেওঁ আই মৰাদৰে মৰিল, অৰ্থাৎ এদিন তেৰোঁ দীঘল হৈ পৰিল, মাত-বোল এৰিলে, আৰু হাত ভৰিৰ লৰচৰ নোহোৱা হল। ওচৰ-চুবুৰীয়াবিলাক আহি তেওঁক তুলি লৈ গল, ময়ো লগত গলোঁ। আমাৰ ঘৰৰ দক্ষিণ ফালে মৰিশালি, আমি তাতে তেওঁক পুৰি থৈ

আহিলোঁ। বোপাই মৰাৰ পাছত মই বুজিব পাৰিলোঁ যে, আই বোপাইৰ দৰে পৃথিবীৰ সকলো মানুহ মৰে, অকল মানুহ নহয়, সকলো প্ৰাণী মৰে, ময়ো এদিন মৰিম, প্ৰাণী-বিলাক পৃথিবীত সদায় নাথাকে, কিছুমান দিন থাকি কৰবালৈ যায়।

বোপাই মৰিবৰ দিন ধৰি মই জীৱনপথত অকলশৰে চলি আছোঁ, আজি বহুত দিন চলি আছোঁ। বিদ্যা-বুদ্ধিৰ গুণত মোৰ সাংসাৰিক সুখৰ আহিলা বহুত গোট খাইছে। মোৰ একোৰে নাটনি নাই। মই পৰম সুখত আছোঁ। বহুত বাট গলে মানুহৰ পাচলৈ উলটি চাবৰ মন যায়, মোৰো মন যায়। মই জীৱনৰ বাটটো মাজে মাজে উলটি চাওঁ, চালে দেখোঁ যে, মোৰ পাচত বহুত প্ৰাণী আহিব লাগিছে। জীৱনৰ বাটত বহুত সন্ধি আছে। মই কৌশলেৰে সেই সন্ধিবিলাকৰ হাত এৰাই সুকলমে আহিছোঁ। কিন্তু মোৰ পাচত অহাবিলাকৰ ভিতৰত দুই-চাৰি জন সন্ধিত পৰিছে আৰু নিকাৰ ভুগিছে। উলটি চালে আৰু দেখা পাওঁ যে, সন্ধিৰ ঠাইবিলাক গুপ্ত ঠাই, সহজে দেখা নাযায়। এতিয়া জানিব পাৰিছোঁ যে, বাটত মোৰো বহুত ভুল হৈছে। বাটত মোৰ যি কষ্ট হল সি কেৱল সেই ভুলবোৰৰ নিমিত্তে, আৰু ভুলবোৰৰ ফলাফল এতিয়াও মোৰ জীৱনত আছে। মই মাজে মাজে ইয়াৰ আগেয়েও উলটি চাইছিলোঁ আৰু বাটৰ ভুল দেখিছিলোঁ, বাকী বাটত কিছুমান ভুল শুধৰালোঁ, কিন্তু সকলোবোৰ শুধৰাব নোৱাৰিলো।

কিছুমান ভুল খন্তেকীয়া, সিহঁতৰ ফলাফল তেতিয়াই উপজি তেতিয়াই মাৰ গল; কিন্তু কিছুমান যুগমীয়া, সিহঁতৰ ফলাফলে জীৱনৰ সাঁফি লৰাই দিয়ে, বাকী জীৱনৰ গতি আন এফালে পোনাই দিয়ে। মই যত উঠিব লাগিছিল বা উঠিব খুজিছিলোঁ, বাটৰ ভুলৰ নিমিত্তে তাত উঠিব নোৱাৰি আন ঠাইত উঠিছোঁ। মোৰ আগত যোৱা কিছুমান মানুহে বাটত তেনেবিলাক ভুল কৰা নাছিল, সেই দেখি তেওঁলোক ভাল ঠাইত উঠিছে। বাটৰ ভুলবোৰৰ নিমিত্তে মোৰ এতিয়া মাজে মাজে অনুতাপ অনুশোচ হয়, কিন্তু হলে কি হব। সেই ভুল শুধৰণিৰ বাজ। জীৱনৰ বাকী পথ ডোখৰত আৰু তেনে ডাঙৰ ভুল নহলেই ৰক্ষা। আন কিছুমানতকৈ যে মোৰ ভুল কম হৈছিল ই নিশ্চয়, কিয়নো, মই সিহঁতকৈ সুখে আছোঁ। বাটৰ ভুল এতিয়াও এটাইবিলাক দেখা পাইছোঁ নে নাই মই ভালকৈ বুজিব পৰা নাই। বোধ কৰোঁ এটা ভুল কতবা লুকাই আছে। মনত তাৰ ফলৰ গম পাওঁ, কিন্তু ভুলটো ধৰিব নোৱাৰোঁ। বোপাই মৰিবৰ দিনা কিহ-বাই মোৰ মনত এটা খুন্দা মাৰিছিল বা চিকোট মাৰিছিল। সেই খুন্দা বা চিকোটৰ বিষ এতিয়াও মাজে মাজে উক্ দিয়ে। কিহে খুন্দিয়ালে, কিহে চিকুটিলে মই ভাবি চিন্তি উলিয়াব পৰা নাই, উলিয়াব পাৰিলে এই ভুলটো সংশোধন হলহেঁতেন। অথবা এইটো ভুল নহয়, মনুষ্যজাতিৰ বা জীৱজাতিৰ ভুল বা প্ৰকৃতিৰ গুপ্ত কথা; সি যেইবা নহওক,

ইয়াৰ ফল বেয়া। ই গোটেইটো জীৱনৰ অমৃত ধাৰৰ মাজত এটা গৰলৰ ধাৰৰ নিচিনা সমানে বৈ গৈছে। ইয়াৰ নিমিত্তে সুখীয়া জীৱনত দুখ, শান্তিময় জীৱনত অশান্তি হৈছে। হায়! কোনে কৈ দিব, মই কৰপৰা আহিলোঁ, কলৈ যাম? কোনে কৈ দিব, শেষ কত? ইয়াত নে আৰু কৰবাত? কোনে কৈ দিব, মৰণ কি? নিৰ্ব্বাণ লোপ নে কলেৱৰ সলনি মাথোন? এই উগুল-থুগুলনি কেতিয়া মৰিব? কেতিয়া জীৱনৰপৰা এই সন্দেহৰ ভাৰ আঁতৰ হব?

এদিন শাওন মহীয়া কালত, বৰ জহত, দিনমানটো মানুহ চটফটাই আছিল। কোনোৱে আঁহত গছৰ তলত, কোনোৱে বা বৰ গছৰ তলত বহি বিচনীৰে সখি বান্ধি খন্তেকীয়া জুৰণি লৈ গধূলি কেতিয়া হয় ভাবি আছিলোঁ। যেই বেলি হালি গৈ পাটৰ ওচৰ চাপিল সকলোৱে বিচনী আছাৰি পেলাই, কোনোৱে ঘৰৰপৰা কোনোৱে গছৰ তলৰপৰা ব্ৰহ্মপুত্ৰৰ ফাললৈ বাট ললে। ময়ো মোৰ সাতামপুৰুষীয়া বকুল গছৰ তলত বহি দিনটো কটালোঁ, এতিয়া গধূলি হোৱা দেখি ব্ৰহ্মপুত্ৰৰ জল-বা লবৰ মনেৰে নৈৰ দাঁতিলৈ গলোঁ। এই খণ্ড ব্ৰহ্মপুত্ৰৰ দুয়ো দাঁতিয়ে পৰ্ব্বত, কোনো খন ওখ কোনো খন চাপৰ। নৈৰ মাজতো দুই এটা টিলা আছে হে। নৈৰ পাৰৰ এটা টিলাত এখনি দেৱালয়। টিলাৰ টিঙত দেৱালয়ৰ মঠ মন্দিৰ, তলেদি অৰ্থাৎ ঠেঙেদি ব্ৰহ্মপুত্ৰ বৈ গৈছে। মই সেই দেৱালয়লৈ গলোঁ। শাওণৰ লুইত ভৰপূৰ, পানী

দোকোলটঁকা, পানীৰ বেগ দেখিলে ভয় লাগে। অসীম অসংখ্য ইকৰা খাগৰিৰ জঁাজি লৈ মহা বলী ব্ৰহ্মপুত্ৰ ফেনে ফোত্‌কাৰে, হুঙ্কাৰ ছাৰি, পাছলৈ উলটি নোচোৱাকৈ যাব লাগিছে। কোনো কোনো ঠাইত শিলত পানী পৰি হুলস্থুল লাগিছে। দেৱালয়ৰ অৱস্থা এতিয়া জীৰ্ণ, নাটমন্দিৰ, জগমোহন কোনবা কালতে ভাগি গৈছে। নাটমন্দিৰৰ পকা ভেঁটিটো মাথোন আছে, আৰু দেৱতাৰ আচল মন্দিৰটো আছে। ভাগি যোৱা ঘৰৰ ইটা আৰু শিলবোৰ চাৰিওফালে লাং লাং থাং থাং হৈ পৰি আছে, যেন কোনবা ভীমপৰাক্ৰমী দৈত্যই সকলোকে ভাঙি ছিঙি দলিয়াই পেলাইছে। ই কালদৈত্যৰ কুকীৰ্ত্তি। দেৱালয়ৰ চাৰিও মেৰে ইটাৰ গড়, পুৰীৰ ভিতৰত সোমালে বাজৰপৰা কেও দেখা নেপায়। নাটমন্দিৰৰ পকা ভেঁটিৰ এচুকে এটা সুন্দৰ নিমজ চাৰিচুকীয়া শিল পৰি আছে। মই সেই শিলটোতে বহিলোঁ। তাৰ পশ্চিমৰ ফাললৈ চালে লুইতৰ এডোখৰ দীঘল দেখা যায়, বোধ হয় যেন নৈ খন পশ্চিমে গৈ মেঘত লাগিছে, আৰু যেন সিফাললৈ যাব নোৱাৰি পৃথিবী ফালি তাৰ তললৈ সোমাই গৈছে।

এতিয়া বেলি পাটত বহিছে। কি অপৰূপ পয়োভৰ। কোন ৰজা, কোন সম্ৰাট, কোন কালত এনেকুৱা পয়োভৰেৰে পাটত বহিছিল? নানানবিধ পোৱালে-বাখৰে সজোৱা হেঙ্গুলীয়া সিংহাসন, তাতে সূৰ্য্যদেৱ নিজৰ জেউতিৰে পশ্চিম

আকাশ উজ্জ্বল কৰি বহি আছে। তেওঁৰ চাৰিওফালে অসংখ্যাত মেঘ-সেনাই ৰঙা হালধীয়া চিত্ৰ-বিচিত্ৰ সাজ পিন্ধি তেওঁক আবৰি আছে। মলয়াই জুৰ বাৱে তেওঁক আৰু জগতক শীতল কৰিছে। ইফালে নানা বৰণীয়া নানা জাতি চৰায়ে নানা সুৰেৰে গীত জুৰি দি জগত আনন্দময় কৰিছে। ব্ৰহ্মপুত্ৰই মিনতি ভাৱেৰে সূৰ্য্যদেৱৰ চৰণত সেৱা জনাইছে। কি আচৰিত দৃশ্য! মই সেই চাৰিচুকীয়া শিলটোত অকলশৰে বহি এইবিলাক দেখি শুনি বিমোৰ হৈ আছোঁ। এবাৰ দেৱালয়খনৰ কথা মনত পৰিছে, আৰু বোধ হৈছে ;—হায়! এই দেৱালয়ৰ অৱস্থা এদিন কেনে ৰবৈয়া আছিল, আৰু এতিয়া কেনে হৈছে! যি দিনা ৰজাই এই বিতোপন পুৰীখন সাজি উলিয়াই প্ৰতিষ্ঠা কৰিছিল, সেই দিনা কি হুলস্থুল নহৈছিল। সেই দিনা গোটেইনগৰত দল্‌দোপ-হেন্দোল্‌দোপ্ লাগি গৈছিল। দেৱালয় পাতিবৰ আজি পাঁচ শ বছৰতকৈও বেছি হৈছে, তেও আজি মই প্ৰতিষ্ঠা কৰা দিনৰ সমাৰোহটো গোটেই দেখিলোঁ। মই তাত বৰফুকনক দেখিলোঁ, তেওঁৰ লগত বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই আদি ৰজাৰ বৰ বৰ বিষয়াসকলক দেখিলোঁ। ঢুলীযা খুলীয়া দেখিলোঁ, ভাৱৰীয়া দেখিলোঁ, আৰু ৰং চাবলৈ অহা ৰমক্ জমক্ সাজ পিন্ধা অসংখ্য নৰনাৰী দেখিলোঁ, আৰু দেখিলোঁ অলেখ বামুণ, অলেখ নৈবেদ্যৰ শৰাই। এফালে হোমৰ জুই, এফালে ধূপ চন্দনৰ গোন্ধ, এফালে গায়নৰ গীতৰ ধ্বনি, আৰু এফালে বায়নৰ

ললিত বাজনা, এই সকলোবিলাক মই দিঠকতে দেখিলোঁ, যেন সেই দিনাহে মোৰ আগতে দেৱালয় প্রতিষ্ঠা কৰা হল। আৰু এবাৰ মনত পৰিল ব্ৰহ্মপুত্ৰ। এই নৈ খন যে কিমান কালৰপৰা এইদৰে বৈ আছে কোনে কৈ দিব? ইয়াৰ পাৰতে নৰকৰ ৰাজ্য উন্তব হৈ লয় হল। ইয়াৰ পাৰতেই ভগদত্ত ৰজাই প্রবল প্রতাপ দেখুৱাইছিল। এতিয়া সকলো হৰিত হল। এইবিলাক ভাবনাত পৰি মন উগুল-থুগুল লাগি আছিল। মাজে মাজে ওপৰেদি ভাটৌৰ জাক, বগলিৰ জাক নানা ৰকম মাত মাতি আকাশ ঢাকি উৰি গৈছে। এবাৰ চাৰি হাজাৰমান হাঁহ সেইদৰে উৰি গল। এতিয়া সূৰ্য্য পাটত নাই, পাট এৰি ঘৰলৈ গল। মেঘসেনাও দহোদিশে গল এতিয়া সেন্দূৰীয়া পশ্চিম আকাশ দেৱালয়খনিৰ দৰে মলিয়ন অৱস্থাত পৰিল। পূবৰপৰা আন্ধাৰ 'ওলাই এতিয়া জগতখন এফালৰপৰা ছাই আহিব লাগিছে। দিনত জহে পুৰি থোৱা গাত গধূলিৰ জুৰ বা লাগি মই কলাঘুমটীয়া হৈ আছোঁ। হেন সময়তে ওপৰৰ ফালে "তই কোন, তই কৰ?" বুলি এটা শব্দ শুনিলোঁ; শুনি মূৰ তুলি চাওঁ যে, এটা ৰাজহাঁহ অকলশৰে উৰি যাব লাগিছে, আৰু শব্দটো হাঁহটোৰপৰা আহিছে। মই পুনৰ প্রশ্নটো শুনিলোঁ। এই বাৰ প্রশ্ন শুনা মাত্রেই ব্ৰহ্মপুত্ৰৰ দুই দাঁতিৰ পৰ্ব্বতবিলাক পৃথিবী প্রদক্ষিণ কৰি ঘূৰিবলৈ ধৰিলে, নৈ খনৰো পশ্চিম আগটো মাটিৰ তলৰপৰা দাং খাই আকাশলৈ মুখ কৰিলে। পাছে

পর্ব্বত নৈ সকলো একেতিলে অন্তৰ্দ্ধান হল, আৰু মই গৈ কত্তবা এখন নতুন দেশত ওলালোঁ। সেই দেশত ওলোৱা মাত্রেই মোৰ পূর্ব্বৰ কথা সকলো মনত পৰিল। সমাজিকৰ-পৰা সাৰ পালে যেনে সমাজিকৰ ভুল চাঁৎ কৰে ভাগে, আৰু নিজৰ সংসাৰৰ আচল কথাবোৰ ফট্‌ফটীয়াকৈ দেখা যায়, নতুন দেশখনত ওলাই ময়ো সেইদৰে সমাজিকৰপৰা সাৰ পোৱা যেন পালোঁ, আৰু মোৰ পূর্ব্বৰ জীৱনী গোটেই ফট্‌ফটীয়াকৈ মনত পৰিল। মনত পৰিল যে, নতুন দেশখনহে মোৰ আচল পুৰণি দেশ। মই তাত কেনেকৈ আছিলোঁ, তাত মোৰ অৱস্থা কেনে আছিল, কেনেকৈ মই আহি পৃথিবীত ওলালোঁ, এই এটাইবিলাক কথা মনত পৰিল। তাত মোৰ আই বোপাইকো দেখিলোঁ। পূর্ব্বে মই যেনেকৈ তাত আছিলোঁ, তেওঁলোক তেনেকৈ আছে। তেওঁলোকে মোক দেখি কলে, "ইয়াতহে তোমাৰ আচল ঘৰ। আমাৰো ঘৰ ইয়াত, কেৱল ঘটনা-সূত্রত বান্ধ খাই দুদিনলৈ পৃথিবীলৈ গৈছিলোঁ। আমি ঘূৰি আহিলোঁ, কিছুমান দিনৰ পাছে তুমিও আহিবা।" তাত মই আৰু অনেক আগৰ চিনাকী মানুহ পালেঁ৷ আৰু তেওঁলোকৰ লগত কথা হলোঁ। মই আজিলৈকে পৃথিবীত বন্ধ হৈ থকা বাবে তেওঁলোক এটাইবিলাকে মোক পুতৌ কৰিলে। এইদৰে চাই ফুৰোঁতে আৰু কথা হওঁতে হওঁতে হঠাৎ মোৰ কিবা হল, সেই দেশখন পলকতে নোহোৱা হল, মানুহবোৰো অন্তৰ্দ্ধান হল। তেতিয়া

দেখোঁ যে, মই দেৱালয়ত শিলটোৰ ওপৰতে বহি আছোঁ। মোৰ চাৰিওফাল ঘোৰ আন্ধাৰ, কতো এটি প্ৰাণীও নাই, বাদুলি কিছুমান মাথোন চাৰিওফালে উৰাউৰি কৰিব লাগিছে। মই বিস্ময় মানিলোঁ, আৰু তাৰপৰা উঠি ঘৰলৈ গলোঁ।

এতিয়া মোৰ ভুল ভাগিছে। হে হংসৰাজ। মই এতিয়া তোমাৰ প্ৰশ্নৰ উত্তৰ দিব পাৰোঁ, মই কোন, মই কৰ, কব পাৰোঁ। হায়! মোৰ আচল ঘৰ কেতিয়া পাম? মোৰ বিনন্দীয়া দেশ কেনেকৈ হেৰুৱালোঁ?

# সন্ত মই আৰু দুষ্ট মই।

মানুহৰ বৈৰী বহুত। চোৰ বৈৰী, ডকাইত বৈৰী, ঠগ বৈৰী, আৰু বৈৰী সাপ, বাঘ, ভালুক। চোৰে পৰম দুখৰ ধন চুৰ কৰি নি গৰাকীক চোঠেঙীয়া কৰে, আৰু নিজে চহকী হয়। ডকাইতে দিন-দুপুৰীয়া চকুৰ আগতে দম্ভালি কৰি কিলাই টঙনিয়াই সম্পত্তি লৈ যায়। ঠগে মিতিৰালি কৰি মনত সোমাই নিনিও বুলি ধন নিয়ে, বা তোমাক ফান্দত পেলাই দিয়ে। সাপে বিলাসৰ ফুলনিত সোমাই অকস্মাৎ দংশি মানুহৰ প্ৰাণ মাৰে। বাঘ ভালুকে কেতিয়াবা ছেগ লৈ মানুহক আক্ৰমণ কৰে, আৰু গাৰ মঙহ ডোখৰ-ডোখৰকৈ খামুচি এৰুৱায়। এইবোৰৰ বাজে মানুহৰ সৰু বৰ আৰু বহুত বৈৰী আছে, এটাইবোৰ বৈৰীৰ লেখ দিব লাগিলে এখন ভাগৱত হয়। মুঠতে কব লাগিলে জগত বৈৰীৰে ভৰা, খোজে পতি বৈৰী। জগতত বৈৰীশূন্য ঠাই পাবলৈ নাই। বৈৰী-সাগৰৰ মাজতো মানুহে খিতাপ কৰি শ চাৰি কুৰি বছৰ জীয়াই থাকে, ভাবি চালে ই বৰ আচৰিত কথা। মানুহ বৰ বুদ্ধিয়ক জন্তু, সেই দেখিহে এই অলেখ শত্ৰু জয় কৰি সিহঁতে জগতত মহত্তালি কৰিব পাৰিছে। কিন্তু এটা শত্ৰু আছে সবাতকৈ ভয়ঙ্কৰ। আদিৰপৰা আজিলৈকে অহোপুৰুষার্থ

কৰিও মানুহে তাক সেও কৰিব নোৱাৰিলে। ই বৰ বিষম বৈৰী, ই বৰ একাচেকা বৈৰী। ইয়াৰ উমন্তগুলিত মানুহ অস্থিৰ হৈ ত্ৰাহি ত্ৰাহি কৰিছে। ই মহা টেটন-টামন, মহা ফন্দিয়াৰ, এঠাইত কাটিলে সাত ঠাইত গজে। ই চোৰবো চুৰ কৰে, ডকাইতৰো ডকা দিয়ে, ঠগকো ঠগায়। ই এনে বৈৰী যে ইয়াৰ আঁৰ হৈ লুকাই থাকিবলৈ জগতত ঠাই নাই। ই ছাঁৰ দৰে মানুহৰ লগে লগে ফুৰে। ছাঁৰ হাতৰ পৰাও আন্ধাৰত এৰাব পাৰি, কিন্তু ইয়াৰপৰা এৰাবৰ উপায় নাই। আন্ধাৰত বা পোহৰত, দূৰৈত বা ওচৰত, দেশত বা বিদেশত, ঘৰত বা বাহিৰত, সকলো ঠাইতে, সকলো সময়তে সকলো ইয়াৰ উপদ্ৰৱত ব্যাকুল। মৰিবৰ সময়তো ইয়াৰ নামত গা শিয়ৰি উঠে। এই বৈৰীৰ নাম নাই। কোনো কোনোৱে ইয়াৰ নাম কয়, কিন্তু নামটো ৰাশি নাম নহয়, মতা নাম হে। সেই নামৰপৰা বৈৰীৰ আচল প্ৰকৃতি বিদিত নহয়।

এই দুৰ্জয় বৈৰীৰ জন্ম মানুহৰ অন্তৰত, ই মানুহৰ এফাল। ই আৰু আন এটা গোট খাইহে গোট মানুহটো হয়, অৰ্থাৎ মানুহটো দুটা ভিন ভিন শক্তিৰ সমষ্টি, এটা শক্তি মই, আনটো শক্তি বৈৰী বা দ্বিতীয় মই। ঘড়ীৰ ঢুলনি শলা-ডাল প্ৰথমে লৰাই দিব লাগে, তেহে ঘড়ী চলে, সেইদৰে মানুহৰো প্ৰথমে শ্বাস জন্মাই দিব লাগে, তেহে মানুহে জীৱ পায়। ঘড়ীৰ ঢুলনি শলা প্ৰথমে লৰাই দিয়া শক্তি এটা, আৰু সেই শক্তিৰ গুণত পাচে ঘড়ীত যি গতি ওপজে সি

বেলেগ এটা। মানুহৰ অন্তৰত প্ৰথমে শ্বাস জন্মাই দিয়া শক্তি এটা, আৰু সেই আদি শ্বাসৰ গুণত পাচত যিবোৰ শ্বাস জন্মে—অৰ্থাৎ মানুহৰ আয়ুস্‌টো—সি বেলেগ এটা। কিন্তু চুলনি শলা লৰাই দিয়া আদি শক্তি আৰু ঘড়ীৰ পাচৰ গতি, এই দুইৰ ভিতৰত পাচত গৈ কোনো ভেদাভেদ নোহোৱা হয়। সেইদৰে মানুহৰ প্ৰথম শ্বাস জন্মাই দিয়া আদি শক্তি আৰু পাচৰ আয়ুস্ এই দুইৰ ভিতৰতো কোনো ভেদাভেদ নোহোৱা হয়। এই দুই শক্তি এনেৰূপে মিহলি হৈ পৰে যে, পাচত এটাৰপৰা আনটোক বাছি উলিয়াবলৈ টান হয়। কিন্তু এইদৰে সানমিহলি হলেও শক্তি যে দুটা ই ধ্ৰুপ কথা। এটা আদিশক্তি, নিয়তিৰ সন্তান, এটা তেজ মলৰ সন্তান। নিয়তিৰ সন্তান আচল মই, তেজ মঙহৰ সন্তান কেলেহুৱা মই। আচল মই সন্ত, কিন্তু কেলেহুৱা মই দুষ্ট। এই দুই ময়ে গোট খাই শৰীৰ-ৰাজ্যত ৰাজত্ব কৰে।

দুষ্ট-মইৰ প্ৰকৃতি দুষ্ট, ই সদায় অসজ বাটে যাব খোজে। কিন্তু শৰীৰৰ হাত ভৰি আদি পৰিকৰবোৰ সন্ত-মইৰ অধীন, সন্ত-মইৰ আদেশ নাপালে সিহঁতে লৰচৰ নকৰে। সেই দেখি দুষ্ট-ময়ে সন্ত-মইক সদায় আমনি কৰে, সদায় আদেশ খোজে। কেতিয়াবা সি মিতিৰালি কৰি ভুৰুকাই আদেশ নিয়ে, কেতিয়াবা সৰুটি হৈ ছল কৰি আদেশ নিয়ে, কেতিয়াবা ভাবি দি আদেশ নিয়ে, কেতিয়াবা আকৌ কিলাই টগুনিয়াই বল কৰি আদেশ নিয়ে। দুষ্ট-মইৰ আশয় সদায় দুষ্ট। সি মোৰপৰা,

অৰ্থাৎ সন্ত-মইৰপৰা আদেশ লৈ হাত ভৰিক অকাম কৰিবলৈ লগাই দিয়ে। অকাম কৰিলে অখ্যাতি হয়। তেতিয়া দুষ্ট-মই মুখ-লুকা দি থাকে, তাক কোনেও নাপায়, কোনেও নেদেখে; অকল মই ৰাইজৰ গৰিহণা খাই মৰিব লাগে। মানুহৰ কেনে অন্যায় বিচাৰ,—দুষ্ট-মইক কোনেও নধৰে, সকলোৱে মোক হে দোষে, মোক হে গালি পাৰে, মোক হে নিন্দা কৰে, মোক হে দণ্ড দিয়ে। এইদৰে দুষ্ট-মইৰ ভাওনাত পৰি মই সংসাৰত বহুত যাতনা, বহুত নিকাৰ ভুগিলোঁ। এতিয়া আৰু মই তাক একেবাৰে আদেশ নিদিয়া হৈছোঁ। সেই দেখি তাৰ লগত মোৰ সদায় কুৰু-পাণ্ডৱ লাগি থাকে। তাৰ লগত খৰিয়াল কৰোঁতে কৰোঁতে মোৰ সুখ-শান্তি নাইকিয়া হল, মই দুখৰ ভাতমুঠি সুখেৰে খাবলৈ নাপাওঁ। সি সদায় মোৰ লগ নেৰে, পুৱা গধূলি, দুপৰীয়া নিশা, খাওঁতে, শোওঁতে সদায় সি মোক কষ্ট দিব লাগিছে, সদায় এটা ফন্দি সাজি মোৰ ওচৰত কুহুলিয়াই থাকে, সদায় মোৰ কাণত ফুচফুচাই থাকে। মই এখন্তেক শাতিৰে বহি থাকিবলৈ নাপাওঁ, সি আহি তাৰ বকলা মেলে, এটা সজ কথা ভাবিবলৈ নাপাওঁ, সি আহি এটা আসোঁৱাহ উলিয়াই দিয়ে, যা বুলি খেদিলে নাযায়, গলেও আকৌ উলটি আহে। দুষ্ট-মই এনে মিঠামুখীয়া যে, তাৰ কথা শুনিলে সকলোৱে তাক আশাশুধীয়া বুলি ভাবে, সি যে ছলিবলৈহে মুখত মধু লৈ ফুৰে ই কথা কোনেও ভাবিব নোৱাৰে। ইয়াৰ উত্তগালিৰ

কথা কিমান কম, কুলায়-পাচিয়ে নধবে, কওঁতাৰ মুখ বিষায়, শুনোতাৰ কাণ বিষায়। তেও এটা উস্তুগুলিৰ কথা কওঁচোন শুনা।

মই তাহানি সৰুতে স্কুলত পঢ়িছিলোঁ। মই বৰ ভাল লৰা আছিলোঁ, মাষ্টৰে যি পাঠ দিয়ে মই তাক ভালকৈ শিকি আওৰাই যাওঁ, আৰু স্কুলত ভালকৈ পাঠ দিওঁ গৈ। এই কথা দুষ্ট-মযে সহিব নোৱাৰিলে, তাৰ চকু পুৰিবলৈ ধৰিলে। সি লাহে লাহে মোৰ পাচ লাগিল, আৰু পুৱা গধূলি পঢ়িবৰ সময়ত কাণৰ ওচৰত কিবাকিবি ফুচ্‌ফুচাবলৈ ধৰিলে। মই পোন-প্ৰথমে তাৰ কথালৈ বৰ কাণ দিয়া নাছিলোঁ। কিন্তু দুষ্ট-মযে কথা এনে গঢ় লগাই কব জানে যে, কিছুমান দিনৰ পাচত মই তাক আপোন বুলি সাৱটি ললোঁ, আৰু মাজে মাজে তাৰ কথা মতে চলিবলৈ ধৰিলোঁ। সি কৰে কি ;— মই পুৱা কিতাপ আগত লৈ পঢ়িবলৈ ধৰিলে, সি আহি মোৰ ওচৰত বহে, আৰু মোক কয়, "হেৰ তই কিহলৈ পঢ়ি মৰিছ, তোক কিহে পাইছে? সৌৱা মীনাৰামে বৰশী বাইছে চা, সি কেইবাটাও বৰ বৰ পাভ মাছ ধৰিছে, বল আমিও বৰশী বাওঁ গৈ, বৰশীত মাছ বৰকৈ উঠিছে।" এই কথা শুনি মই কিতাপ জপাই থৈ বৰশীৰ চিপটো হাতত লৈ নৈ পালোঁ গৈ। সেই দিনা সেই গোটেইটো পুৱা বৰশী বাই কটালোঁ, পঢ়া আৰু নহল। গধূলিও যেই পঢ়িবলৈ বহিলোঁ, দুষ্ট-মই আহি লগ লাগিল, আৰু সি "বল অ, বাজত কেনে জোনাক

হৈছে, মীনাৰাম, গঙ্গাধৰ, গোবিন্দ, গোপীকান্ত, আৰু মতিৰাম ইহঁতে বাটত ইৰিকিটি-মিৰিকিটি খেলিব লাগিছে, আমিও খেলোঁ গৈ বল।” এই বুলি ঘনেপতি হাতত ধৰি টানিবলৈ ধৰিলে। মোৰো মনটো লাহে লাহে কিতাপৰপৰা ওলাই বাটত ৰং কৰি থকা লৰাজাকৰ ফালে ঢাল ললে। মই কিতাপ জপালোঁ, চাকি নুমালোঁ, আৰু ঘৰৰপৰা ওলাই গৈ আনবোৰৰ লগত ইৰিকিটি-মিৰিকিটি খেলিবলৈ ধৰিলোঁ। স্কুল বন্ধ হলে যে দুপৰীয়া অলপ লিখা-পঢ়া কৰিবা, তাৰো উপায় নাই। দুষ্ট-মই আহি তাচ্ খেলিবলৈ লগ ধৰে, আৰু মযোঁ তাৰ লগ পাই দিনটো তাচ্ খেলি ফুৰোঁ। এইদৰে ফুৰাত মই স্কুলত পঢ়া দিব নোৱৰা হলোঁ। মাষ্টৰে সদায় মোক বেঞ্চৰ ওপৰত থিয় কৰি থয়, আৰু কেতিয়াবা কেতিয়াবা এছাৰিও লগায়। স্কুলত পঢ়া দিব নোৱৰা কথা ক্ৰমে ক্ৰমে পিতাদেউৰ কাণত পৰিল। তেখেতেও এদিন দয়া মৰম এৰি মোৰ পিঠিত ভালকৈ এজাউৰি শোধালে, তেও মই দুষ্ট-মইৰ লগ এৰিব নোৱাৰিলোঁ, সদায় তাৰ কথাত বলিয়া হৈ ফুৰোঁ। ইয়াৰ শেষ ফল হল গৈ যে, মই বছৰেকীয়া মহলাত উঠিব নোৱাৰিলোঁ, আৰু সেই বাবে “প্ৰমোচন” নাপালোঁ। তেতিয়া মই স্কুলৰ পঞ্চম শ্ৰেণীত পঢ়োঁ। প্ৰমোচন নাপালত পিতাদেৱে জানিলে যে মই গুচিলোঁ, মোৰ আৰু পঢ়া-শুনা নহল। তেও ত’ত মোক স্কুলৰপৰা নেকৱাই মাচুল দি আছিল। মই কেতিয়াবা অলপ পঢ়োঁ,

কেতিয়াবা নপঢ়োঁ। এইদৰে থাকোঁতে থাকোঁতে চুচৰি চুচৰি গৈ প্ৰথম শ্ৰেণী পালোঁ, আৰু এণ্ট্ৰেঞ্চ পৰীক্ষা দিলোঁ, কিন্তু পৰীক্ষাত উঠিব নোৱাৰিলোঁ। পিতাদেউ চহকী মানুহ, তেখেতে খৰচলৈ কাণ নকৰি মই উঠিব নোৱাৰাতো মোক চাৰি বাৰ পৰীক্ষা দিয়ালে, তথাপি মোৰ একো নহল, এটাই কেইও বাৰ 'ফেল' হলোঁ। এনে সময়তে পিতাদেউ ঢুকাল। তেতিয়া পঢ় বোলোঁতা আৰু কেওঁ নোহোৱা হল, মই স্কুল এৰি দিলোঁ। মোৰ সৰুকাল ডোখৰ এইদৰে গল। দুষ্ট-মইৰ কথা ধৰি ধিত্তিঙালি কৰি ফুৰোঁতে মোৰ পঢ়া-শুনা একো নহল। ভাগ্যে পিতাদেৱে ধন-কড়ি দোপোণ এৰি থৈ গৈছিল, তাৰে আলমত কথমপি ভাত গালৰ নাটনিত নপৰিলোঁ। এই গল সৰু-কালিৰ সামান্য কথা। দুষ্ট-মইৰ উত্তগালি এইমানতে শেষ হোৱাহেঁতেন অনুশোচ কৰিবলৈ ৰৰ কথা নাথাকিলহেঁতেন। কিন্তু সি ইয়াকে কৰিয়েই এৰা নাই। তাৰ উপদ্ৰৱৰ কথা শুনিলে মৰাৰ গাতো খং উঠে। আৰু এটা উপদ্ৰৱৰ কথা কওঁচোন শুনা।—

বলৱন্ত বৰা মোৰ বংশৰ মানুহ, সম্বন্ধত ককাই হয়। তেওঁ মোৰ পৰম বন্ধু আছিল। তেওঁৰে সৈতে সদায় একেলগে ফুৰোঁ-চাকোঁ, একেলগে উঠোঁ-বহোঁ। দাঁতত ভাত এটি লাগিলেও তেওঁ মোক কয়, মইো তেওঁক কওঁ। দুয়োৰো ভিতৰত ইমান মিলাপ্ৰীতি। দুয়োৰো ঘৰো ওচৰা-ওচৰি, মাথোন জেওবাখৰৰ ইফাল-সিফাল। বলৱন্ত ককাইৰ ধৰ্ম্মত

বৰ মতি আছিল। তেওঁ এবাৰ তীৰ্থ কৰিবলৈ ওলাল। তেওঁৰ ঘৰত কেৱল ঘৈনীয়েক জনী আৰু সৰু সৰু লৰা-ছোৱালী দুটি। তেওঁৰ হাতত পিতাকৰ দিনৰ সাঁচতীয়া ৰূপ পাঁচ শ আছিল। তীৰ্থলৈ যাওঁতে কোনবাই কেনেবাকৈ নিয়ে বুলি সেই ৰূপখিনি তেওঁ মোৰ হাতত থৈ দিলে। এই কথা তেওঁ, মই আৰু তেওঁৰ ঘৈনীয়েকে মাথোন জানিছিল, ওচৰ-চুবুৰীয়া আৰু কেওঁ নাজানিছিল। ককাই তীৰ্থলৈ গল, কিন্তু দুৰ্ভাগ্যৰ গুণত উলটি আহিবলৈ নাপালে, বাটতে কাশীত তেওঁৰ মৃত্যু হল। লগত যোৱা মানুহটো উলটি আহি এই খবৰ ঘৰত জনালে। তেতিয়া ঘৰত কন্দা-কটা লাগিল। দুদিনমানৰ পাচত ঘৈনীয়েকে কন্দা-কটা এৰি শৰাধৰ উপায় বিচাৰিবলৈ ধৰিলে, আৰু মোৰ হাতত থোৱা ৰূপ পাঁচ শ খুজিলে। মই সেই পাঁচ শ শৰাধত খৰচ কৰিবলৈ হাক দিলোঁ, আৰু তেওঁৰ হাতে-কোঁচে যি আছে তাকে খৰচ কৰি কোনোমতে অনুষ্টুপীয়াৰূপে মুখৰ ছাই ফেৰা গুচাবলৈ দিহা দিলোঁ। মোৰ হাতত থকা ৰূপ আনত লগাই তাৰ যি অলপ-অচৰপ বাঢ়ি ওলায়, তাৰে ভৱিষ্যতে আমা-ভিমা লৰা-ছোৱালী দুটি ডাঙৰ দীঘল কৰিব পাৰিব। এই উপদেশ দিয়াত বৌৱে আৰু মোক ৰূপ নুখুজিলে। বলৱন্ত ককাইৰ শৰাধ গল। লৰাটিয়ে সেই সময়ত স্কুলত দিবৰ বয়স পাইছিল। স্কুলত তাৰ নাম লিখাবলৈ আৰু শৰাধৰ গাখীৰৰ বাকী বেচ দিবলৈ ধন লগা হোৱাত, বৌৱে মোক দুকুৰি

ৰূপ খুজিলে, মই দিম বুলিও কৈছিলোঁ। পাচত আহি দুষ্ট-মই মোৰ লগ লাগিল। সি বুদ্ধি দিলে, বোলে ৰূপবোৰ কিয় দিব লাগিছে? নিদিলে তাই কি কৰিব? ৰূপ থোৱা কোনে দেখিছে? তাই কলেই হব নে? এই কথাত মোৰ মন ঘূৰিল। এদিন আকৌ যেতিয়া বৌ ৰূপ খুজিবলৈ আহিল, মই খং কৰি জোকোৰা মাৰি কলোঁ বোলোঁ তুমি কি ৰূপ ৰূপ কৰি থাকা? তোমাৰ ৰূপ মই কেতিয়া আনিছোঁ? মোক ৰূপ দিয়া কোনে দেখিছে? আৰু ভবিষ্যতলৈ এইদৰে মিছাই ৰূপ সাধি নাথাকিবা। মোৰ এই কথা শুনি বাঁৰী বৌৰ মাত হেৰাল। মোক কেইবা দিনো তেওঁ বহুত কাবৌ কোকালি কৰি ৰূপ খুজিলে, মই আছোক ৰূপ দিম ছাৰি তেওঁক ডবিয়াই খেদি দিলোঁ। সেই দিনাৰপৰা তেওঁ মোক দেখিব নোৱৰা হল, আৰু ওচৰ-চুবুৰীয়া সকলোৰে আগত গিৰিয়েকে বিশ্বাসত থৈ যোৱা ৰূপ মই নিদিলোঁ বুলি কৈ ফুৰিবলৈ ধৰিলে, আৰু সদায় লৰা-ছোৱালীৰ মুৰে গালি শপনি পাৰিবলৈ ধৰিলে। মই বহুত দিন এইবোৰ সহি আছিলোঁ। পাছে এদিন দুষ্ট-ময়ে মোক কলে, বোলে তাইক তই দুটা চৰ লগাই নিদিয় কিয়? চৰ খালেই আৰু গালি পাৰিবলৈ এৰিব নহয়। মই বুধিটো বৰ ভাল পালোঁ। বৌৰ ফালে মাতোঁতা কেওঁ নাই। মই গাৱঁত অলপ লখ-জীৱিকা থকা মানুহ, গতিকে গাৱঁৰ মানুহে মোলৈ পেটে পেটে অলপ ভয় ৰাখে; এই কথা

মই জানো। এদিন বৌৱে যেতিয়া আকৌ গালি পাৰিবলৈ ধৰিলে, মই হাতত সৌকাৰ টোকোনডাল লৈ তেওঁৰ চোতাললৈ খেদি গলোঁ। মোৰ মূৰ্ত্তি দেখি চোতালত ধেমালি কৰি থকা লৰা-ছোৱালীহালে ভয়তে চিঞৰিবলৈ ধৰিলে; বৌ লৰ মাৰি ঘৰ সোমাল। ঘৰ সোমাই ক'ত সাৰে, মই ঘৰৰ ভিতৰলৈ গৈ, তেওঁক খাটৰ তলত লগ পাই, চুলিত ধৰি উলিয়াই আনিলোঁ, আৰু চোতালত আনি সেই টোকোনেৰে মূৰতে এটা মাৰ শোধালোঁ। মাৰ খাই বৌ বাগৰি পৰিল, মূৰ ফাটি তেজৰ তুমৰলি ববলৈ ধৰিলে, লৰা-ছোৱালীহালে মাকৰ গাত পৰি হায়ৌ-বিয়ৌ কৰি কান্দিবলৈ ধৰিলে, চুবুৰিৰ মানুহ এটাইবিলাক বৌৰ চোতাল পালেহি। তেতিয়া মোৰ মনত ভয় লাগিল, টোকোন হাতৰপৰা সৰি পৰিল। থিয় হৈ থাকিবলৈ মোৰ শক্তি নাইকিয়া হল। দুষ্ট-মই তেতিয়া কলৈ গল কব নোৱাৰিলোঁ। এই ঘটনাৰ কথা কোনবাই থানাত জনালে হবলা, দুটা কনিষ্টবল আৰু এজন দাৰোগা আহি পালেহি। সিহঁতে মোক হাত-কৰিয়া মাৰি বন্ধ কৰিলে, আৰু বৌক দোলাত তুলি ডাক্তৰখানালৈ পঠিয়াই দিলে। বৌ নমৰিল, এমাহ মানৰ পাচত ভাল হল, মূৰ জোৰা লাগিল। মোৰ ওপৰত ইফালে ফৌজদাৰী গোচৰ হল। তেতিয়া দুষ্ট-মই আকৌ ওলালহি, আৰু গোচৰ চলি থাকোঁতে সকলো দিহা ভাৰসা সিয়েই দিছিল। তাৰ কথা মতে হাকিমৰ আগত মই বৌক মৰা নাই বুলি কলোঁ,

টোকোনডাল মোৰ নহয় বুলি কলোঁ, বৌৰ মুৰ শিলত পৰি ফাটিছে বুলি কলোঁ; কিন্তু মোৰ কোনো কথাই নাখাটিল; হাকিমে মোৰ এটা কথাও বিশ্বাস নকৰিলে, মোক এবছৰলৈ ফাটকত দিলে। ফাটক খাটি আজি দুমাহ হল ওলাই আহিছোঁ। দুষ্ট মই! তই মোক নকৰিবৰ চকৰি কৰিছ, নাকে নল চঁচাইছ, ভৰা কলহে পানী বুৰুৱাইছ, জনমিবৰপৰা বুঢ়া বয়সলৈকে জুলুকি জুলুকি কৰি শিকালি, তেও তোৰ মনত সন্তোষ নাই। এতিয়াও তই মোৰ লগ নেৰ, আৰু কি কৰিব খুজিছ মই কব পৰা নাই। ঈশ্বৰে মোক এইটো কি লগ লগাই দিলে কব নোৱাৰোঁ। ইয়াৰ সঙ্গত পৰি মোৰ দুখৰ পাৰ কুল নাইকিয়া হল। ঈশ্বৰকেই বা কি দুষিম? মই যেতিয়াই শৰীৰ পালোঁ, যেতিয়াই তেজ মঙহৰ মোনাত সোমালোঁ, তেতিয়াই জানিলোঁ যে, মোৰ মঙ্গল নাই, নিকাৰৰ উপৰি নিকাৰ, জিয়াতুৰ উপৰি জিয়াতু ভুগিব লাগিব। তেজ মঙহ মলি মাথোন, মলি বন্ধ খাই মোৰ শৰীৰ হল, আৰু সেই মলিময় শৰীৰৰপৰা দুষ্ট-মই উপজিল। মলিত ওপজা বস্তু কেতিয়াও ভাল হব নোৱাৰে। জোক-পোক মহ-ডাঁহ, মলিৰ জীৱ, সেই দেখি সিহঁতৰ ভিতৰত ভাল নাই। দুষ্ট-ময়ো মলিৰ সন্তান, সি কেনেকৈ ভাল হব? কেনেকৈ সজ হব? সি পামৰ, সি মহা নাৰকী। হে প্ৰভু! এই পামৰৰ হাতৰপৰা মোক নিস্তাৰ কৰাঁ।

# জীৱনৰ শান্তি পৰ্ব্ব।

সিপাৰলৈ যাওঁ বুলি নাও মেলিলোঁ। পাৰ এৰিলতে বতাহৰ আগ পেলালে। ভাবিছিলোঁ ই কুৰুৱা বতাহ, নাবাঢ়ে, আৰু বাঢ়িলেও, নৌবাঢ়িবলৈ পাওঁতেই সিপাৰ চাপিম গৈ। নৈ বৰ বহল, ইপাৰৰপৰা সিপাৰলৈ মনিব নোৱাৰি। বতাহ অনুক্ৰমে ডাঙৰ হবলৈ ধৰিলে। নৈৰ পানীৰো নাচন উঠিল। জয়জয়তে সৰু ফুটীয়া ঢৌ উঠি নাৱেৰে সৈতে ধেমালি পাতিলে। পিচত বতাহৰ বেগ টান হল, নাৱৰপৰাই মানুহ উৰুৱাব খোজে। নৈও একেবাৰে উদ্‌বাউল হৈ পৰিল। সৰু ফুটীয়া ঢৌৰ কলেৱৰ ডাঙৰ হল, আৰু একোটা টিলা পৰ্ব্বতৰ মূৰ্ত্তি ধৰি সোঁহাই খেদি আহিবলৈ ধৰিলে। নাৱে শেহত থৰ্-কাছুটি এৰিলে, এবাৰ আকাশলৈ উঠে, এবাৰ পাতাললৈ যায় আৰু এবাৰ ঢৌৰ টিঙত উঠি নৈৰ বেহৰূপ চায়। বতাহৰ গোঁজৰণি, নৈৰ খলকনি, আৰু নাৱৰ নাচনে এটা প্ৰলয় মিলাই দিলে। মই তেতিয়া কি কৰিছিলোঁ মনত নপৰে, কেৱল মনত পৰে নাওখন আৰু নৈখন। নৈখৰ যেন এখন জুই লগা হাবিয়নি, আৰু নাওখন যেন ফেঁচু চৰাই হে। হাবিয়নিত জুই লাগিলে ফেঁচুৰ ৰঙৰ সীমা নাই। সি বলিয়া হৈ পৰে, আৰু জুইৰ

ওপৰে ওপৰে নাচি ফুৰে। আমাৰ নাওখনো যেন ঢৌৰ ওপৰে ওপৰে নাচিহে ফুৰিছে। এইদৰে কিমান পৰ আছিল কব নোৱাৰোঁ। তেতিয়া এযুগ যেন লাগিছিল। কিবা কাৰণত বতাহে শাম কাটিলে। কিন্তু নৈৰ খলকনি আৰু নাৱৰ ঢোলোকনি ভালেমান পৰলৈকে আছিল। অৱশেষত ঢৌও সৰু হল, নাৱো থিৰ হল, আৰু আমিও শান্তি পালোঁ।

মোৰ জীৱটোও এইদৰে ঢৌত পৰিছিল। নৈৰ ঢৌ সামান্য? মোৰ জীৱটো যি ঢৌত পৰিছিল, তাৰ লগত ৰিজালে সেই ঢৌ লেখত ধৰিবলগীয়া নহয়। লোভ-মোহকে আদি কৰি ছটা পিশাচে মোক জীৱনৰ আদিতে লগ ধৰিলে, লগ ধৰি যিটো প্ৰলয় ধুমুহা তুলি দিলে, মন-সাগৰত একেবাৰে তোলপাৰ লাগি গল। একো একো ঢৌ হিমালয় সদৃশ; তাৰ গৰ্জ্জন, তাৰ আস্ফালন দেখি জীৱ ভয়ত বিতত হৈ পৰিল। ঢৌৰ কোবত সি এবাৰ হামৃখুৰি খাই পৰে, এবাৰ চিত হৈ পৰে, এবাৰ সিমূৰলৈ বাগৰি যায়, এবাৰ ইমূৰলৈ বাগৰি আহে। এইদৰে নিকৰুণ পিশাচ কেইটাই মোৰ নিমাখিত, নিছলা জীৱটোক জুলুকি-জুলুকিকৈ শিকালে। মই যদি মানুহৰ পোৱালি হওঁ, ই শিকনি মই কেতিয়াও নাপাহৰোঁ। সিহঁতৰ কিল টাঙ্গন, সিহঁতৰ চৰ খকবা-মুকুটি পাহৰিব লগীয়া বস্তু নহয়। সিহঁতে মোক কি নকৰিলে। সিহঁতৰ চমটাৰ কোব, সিহঁতৰ ৰা—বাঁহৰ চেপা, ইপুৰিৰ কথাকে নকওঁ, সিপুৰিত যে পাহৰিম, এনে কথাও হব

নোৱাৰে। উপজিবৰ দিন ধৰি এই শাস্তি, উপজিবৰ দিন ধৰি এই ধুমুহা। সাগৰৰ পাৰৰ বালিৰ নিচিনা দিনে নিশায় ঢৌৰ ধুপালনি, মুকলি বকৰাণিৰ গছৰ নিচিনা ধুমুহাৰ মোহাৰণি খাওঁতে খাওঁতে মোৰ জীৱ লালকাল দিলে। জীৱ যায় যেন পাইছিলোঁ, কিন্তু এনে জীৱ যে সি সেইবোৰ সহিও জীয়াই আছে। এনেকুৱা ধুমুহাত পৰি কক্-বকাই ফুৰাতকৈ ডিঙ্গা বুৰি সাগৰত পৰাও ভাল। সাগৰৰ ঢৌৱে হয় একেবাৰে সাং কৰে, নাইবা কোবাই নি তোমাক পাৰত লগাই দিয়ে। কিন্তু মন-সাগৰৰ ঢৌ তেনে নহয়। ই জীউ নামাৰে, পাৰতো লগাই নিদিয়ে, কেৱল অৱপৰা কোবাই তলৈ নিয়ে, আৰু তৰপৰা কোবাই অলৈ আনে। উপজি পৰিবৰপৰা খং খিয়াল, কপট কূৰ্চ্চুট আদি নিদাৰুণ প্ৰবৃত্তিবোৰে মনত যে কিমান আসোঁৱাহ আহুকাল, অসুখ অশান্তি লগাই আছিল তাৰ লেখ দিবলৈ টান। একোবাৰ ভাবিছিলোঁ, নুপজিলেই ভাল আছিল। কিন্তু ওপজনত মোৰ হাত নাই। কিয় উপজিলোঁ কব নোৱাৰোঁ। উপজিলোঁতো উপজিলোঁৱেই, অকলশৰে ওপজাহেঁতেনো ইমানখিনি অনু-শোচৰ হেতু নাথাকিলহেঁতেন; মোৰ লগতে আকৌ উপজিল সেই পিশাচ ছটা। সিহঁত মোৰ লগতে ডাঙ্গৰ দীঘল হল। সিহঁতে মোতে শিকিলে, মোতে বিকিলে, মোৰে খায়, মোৰেই অৰি হয়। লৰাকালত সিহঁতে মোৰ ওপৰত যিমান উদ্বহতি কৰিলে সেয়ে জোৰে, ডেকা কালত আকৌ চাৰি গুণে চৰিল।

মই সৰুৰে থকাত সিহঁতো সৰু আছিল, তেতিয়া সিহঁতৰ বিহদাঁত গজা নাছিল। খং আছিল খন্তেকীয়া, হিংসা মাথোন দুদিনীয়া, কূৰ্চ্চুট কপটৰ চকুৰেই ফুকুৰা নাছিল। তেতিয়াও সিহঁতে অশান্তি কৰিছিল, কিন্তু সেই অশান্তি চেলাপেটী জোকৰ নিচিনা লেপেট খাই ধৰা বিধৰ নাছিল। তেতিয়া সিহঁত অনুৰূপীয়া বৈৰী, ডাঙ্গৰ হানি কৰিব নোৱাৰিছিল। সিহঁতৰ শাস্তিৰ ভিতৰত চিকোট বাঁকোহেই সাৰ আছিল। মই ভাবিছিলোঁ। মই ডেকা বয়সত সোমালে, সিহঁতৰ উদ্বহতি অত্যাচাৰ কমি যাব। কিন্তু সেইটো মোৰ ভুল। মোৰ লগতে সিহঁতো ডেকা হৈ উঠিল, আৰু গাত দুগুণ বল বান্ধিলে। তেতিয়াহে সিহঁতৰ উদ্দণ্ডালি বেছি হল। আগেয়ে সিহঁত নিশাটো শাত হৈ আছিল, এতিয়া দিন নিশাৰ ছেদ-ভেদ গুচিল। নিশা মোৰ টোপনি আছে, সিহঁতৰ নাহে, মোক শাস্তি দিবলৈ সিহঁত গোটেইটো ৰাতি সাৰে থাকে। সমাজিকতনো সিহঁতে মোক কোনটো শাস্তি দিবলৈ বাকী এৰিছে। একো দিন উচাপ্ খাই সাৰ পাওঁ, যেন মোক বাঘে কি সাপেহে খাবলৈ ধৰিছিল, যেন মই ভয়তে অথিৰ হৈ পৰিছিলোঁ। চোৰাঁচোন, এনেবোৰ ফাং পাতি মোৰ জীৱটোক অকাৰণে ইমান দুখ দিব পায় নে? বাজৰ বৈৰী ভাল, সিহঁতৰ হাতৰপৰা লৰ মাৰি সাৰিব পাৰি। ইহঁত ঘৰ-ওপজা বৈৰী, ইহঁতৰ হাতৰপৰা সাৰণ নাই। ইহঁত অজামিল। কেতবিলাক জীৱ আছে, সিহঁতে ইহঁতক

ভয় নকৰে, ইহঁতৰ লগত সুন্দৰ হৰিল-গৰিল মিতিৰালি কৰি সুখে সুকলমে দিন নিয়ায়। সেই জীৱবোৰে ইহঁতৰ কিলক কিল বা চৰক চৰ নোবোলে সিহঁতৰ মানত সেইবোৰ কেৱল মৰমৰ চোকা চুমা। কোনো কোনো বন্দীয়াৰে বন্দীশাল ভাল পায়, তাৰপৰা উলিয়াই দিলে ওলাই যাবলৈ মান্তি নহয়। এই শ্ৰেণীৰ জীৱবিলাক সেই বন্দীয়াৰ-বিলাকৰ নিচিনা নে কি? আন জীৱবিলাক যেনেই বা নহওক, মোৰ জীৱটো তেনেকুৱা নহয়, তেনেকুৱা হলে ভাল পালোঁহেঁতেন। মোৰ পক্ষে কিলবোৰ কিল, চুমা নহয়। সেই কিলত মোৰ হাড় জুনজুনীয়া হল।

লোভ-মোহৰেই বা দোষ কি? সিহঁতৰ কথামতে চলিলেতো সিহঁতে হোঁ কটাও নোবোলে। সিহঁতৰ মতে চলিব নোৱাৰোঁ কিয়? সেইটো কাৰ দোষ? মোৰ নে আন কাৰবাৰ? মই কওঁ, মোৰ নহয়, আন এজনৰ, লুকাই থকা এজনৰ দোষ। মই সিহঁতৰ পাচ ধৰিলে লুকাই থকা জনে হাক দিয়ে আৰু কয় হেনো মোক সিহঁতে ভুৰুকিয়াই খালত পেলাবৰ দিহা কৰিছে। এনে কথা শুনিলে ভয় লাগে, ভয় লাগিলে নাযাওঁ, নগলেই কিল—আসোঁৱাহ অশান্তি। কেতিয়াবা লুকাই থকা জনৰ হাকলৈ আওকাণ কৰি যাওঁ, তেতিয়া কিন্তু কথা আৰু টান হয়। লোভ-মোহৰ শাস্তি সহিব পাৰি, কিন্তু লুকাই থকা জনৰ শাস্তি সহিবলৈ টান। তাৰ শাস্তি জুই। কেনে জুই? যি জুয়ে কেৱল পোৰে,

ছাই নকৰে—অনন্ত চট্‌ফটনি, অনন্ত ধৰফৰণি। এবাৰ গমি চোৱাঁ কি বিষম সমস্যা। কোন ফালে যাম? লোভৰ বাটে গলে লুকাই থকা জনৰ ভয় আৰু তাৰ বাটে গলে লোভৰ ভয় লাগে। মই মাজত পৰি মৰিলোঁ। এনে দোধোৰ-মোৰত মোক কোনে পেলাই দিছিল? এই অৱস্থাৰ অন্ত আছে বুলি ভবা নাছিলোঁ। কিন্তু—অমৃত বাতৰি—ইয়াৰ অন্ত আছে, এতিয়া শুৱনি পাৰে দেখা দিছে। লুকাই থকা জনৰ খিতাপ কিবা কাৰণত ডাঙৰ হল। লোভ-মোহ তাৰ আগত জঁই পৰিবলৈ ধৰিছে। সিহঁতৰ সেই উদ্বহতি, সেই উন্তগুালি নাই। অশান্তিৰ সাগৰত শান্তিময় মাজুলীয়ে দেখা দিছে। আগে লুকাই থকা জনৰ খিতাপ নাজানিছিলোঁ। তেওঁ চক্ৰবৰ্ত্তী ৰজা। আদিৰপৰা সেই ৰজাত শৰণ ললে, মই ইমানখিনি দুখ ভুঞ্জিব নালাগিলহেঁতেন। হে শান্তিৰ সঁফুৰা, ইমান দিন কিয় চিনাকি নিদিছিলা? লোভ বা মোহ পিশাচৰ কথা ধৰি অকথাত চলিলে শাস্তি দিছিলা, তেতিয়া তুমি আছা বুলি জানিছিলোঁ, কিন্তু তুমি যে সিহঁতৰ উপৰুৱাল গৰাকী, ই কথা নাজানিছিলোঁ, এতিয়া জানিছোঁ, এতিয়া বুজিছোঁ। তোমাৰ আশ্ৰয়ত থাকিলে সেই পিশাচহঁতৰ আমনি আহুকালে মোক ছুব নোৱাৰিলেহেঁতেন। এইটো মোৰ জীৱনৰ শান্তি-পৰ্ব্ব। এতিয়া জীৱনত ঢৌ ধুমুহা নাই। কি সুখৰ কাল। কতা? সেই অনন্ত আসোঁৱাহ কতা? সেই অনন্ত অসন্তোষ কতা? এতিয়া মনৰ সেই টলবলনি

নাই, থিৰ, সেই উতনুৱালি নাই, গম্ভীৰ, সেই কত-পাম কত-পাম আকাঙ্ক্ষা নাই, নিস্পৃহ। হয়ো-ভাল নহয়ো-ভাল, এনে ভাব, এনে মতি কৰপৰা উপজিল? আগে নাছিল কিয়? দীঘল জীৱনটো মোৰ কিয় অসুখ আহুকালত গল? সুখ বিচাৰি ফুৰোঁতে কেৱল অসুখ হে পাইছিলোঁ। এতিয়া বিচাৰিবলৈ এৰি দিলত সুখ আহি আপুনি দেখা দিলে। আচৰিত বিধান।

ভাটীবয়স প্ৰিয় বস্তু নহয়। কিয়নো বহুতে ইয়াৰ নামকে শুনিব নোৱাৰে। ই হেনো বেয়া, আহুকালৰ উহ, জীয়াতুৰ চাকনৈয়া। হওক, মোক তাকেহে লাগে। উত্ৰাৱল, উদণ্ড, আপদীয়া ডেকা কালতকৈ মোৰ মানত জুৰ, থিৰ, গম্ভীৰ বুঢ়াকাল এশ গুণে ভাল। এতিয়া কাল কেইটা ৰিজাই চাবলৈ শক্তি হৈছে, আৰু ৰিজাই দেখোঁ যে, লৰাকালটো এটা দীঘল সমাজিক, ডেকাকালটো ভুৱা, কেৱল বুঢ়াকালটোৱেইহে বখানিব লগীয়া কাল। ইয়াত একোৰে উগ্ৰতা নাই। উগ্ৰতা একোৰে ভাল নহয়। উগ্ৰ তিতা আৰু উগ্ৰ মিঠা দুয়ো বিহ। ভাটীবয়স জীৱৰ জিৰণি কাল। জীৱনৰ মহাযুঁজৰ পাচত জীৱই এতিয়া জিৰণি পায়, আৰু আগে কৰা কামৰ লেখ-জোখ লবলৈ, আৰু ভাল বেয়া গমি চাবলৈ আজৰি পায়। ওপজোঁতেই যদি বুঢ়া হৈ উপজিলোঁহেঁতেন, তেনেহলে এতেখিনি যাতনা নাপালোঁ-হেঁতেন। এতিয়াও গৰাকীত খাটোঁ যেন আগলৈ বুঢ়া কৰি

হে জনম দিয়ে, যেন উপজিয়েই গৰাকীক চিনি পাওঁ, যেন লোভ-মোহ পিশাচবোৰে মোক চৰাই লখিয়াই লৈ ফুৰাব নোৱাৰে, যেন ডাঙ্গৰ গৰাকীৰ হাক বচন নুশুনাৰ বাবে তুঁহ জুইৰ পোৰণি সহিব নালাগে। কিন্তু তেনেটো হব পাৰে নে? উপজি বুঢ়া হোৱা সাঁথৰত শুনিছোঁ, আচলত নাই। আচল গৰাকী আদিতে লুকাই থাকিবই থাকিব, কিলাই সেও কৰিবলৈ তোমাক লোভ-মোহৰ হাতত পেলাই দিবই দিব। কিলত যেতিয়া তুমি লালকাল দিবা তেতিয়া ওলাই দেখা দিয়ে। ই কেনেকুৱা বিচাৰ কবই নোৱাৰোঁ। তাহানি লৰাকালত ক-খ পঢ়া অৱস্থাত ওজাদেৱে মাৰিছিল। প্ৰথম দিনা মাৰোঁতে ভাবিছিলোঁ, এওঁ মোক মাৰিছে হে, মই আজি আইৰ আগত কৈ দিম, আয়ে এওঁক এশিকনি দিব। ককাইটিয়ে বা ভাইটিয়ে মাৰিলে মই আইত গোচৰ দিছিলোঁ, আৰু আয়ে অমুকক কিয় মাৰিছিলি বুলি সিহঁতক মাৰিছিল। আইৰ মাৰ খাই সিহঁতে মোক নমৰা হৈছিল। ওজাদেৱে মৰাতো আয়ে ওজাদেওক মাৰি দিব বুলি ভাবিছিলোঁ, আৰু সেই বিশ্বাসতে আইত গোচৰ দিছিলোঁ। কিন্তু আয়ে আছোক ওজাদেওক মাৰক ছাৰি মোকে হে চকু পোন্দাই ধৰিছিল। মোক মৰা বাবে আকৌ তেখেতে ওজাদেওৰ শলাগ হে লৈছিল। মোলৈ আইৰ এনে নিকৰুণ আচৰণ আগে দেখা নাছিলোঁ। মই ভাবিছিলোঁ, ওজাদেও গেৰা মহটো যেন শকত, আয়ে ভয় কৰে, এই বাৰ দেউতাক কৈ দিম। কলোঁও,

কিন্তু আইতকৈ দেউতাৰ খং চাৰ হল। মই কথাটো কবলৈ হে পালোঁ, তেখেতে মোক আগৰপৰা ডবিয়াই খেদি দিলে। এইদৰে সিবিলাক কোনো জনৰ ওচৰত মুখ নাপাই সেই দিনাৰেপৰা ওজাদেওৰ মাৰ কিল সহি থাকিবলৈ ধৰিলোঁ। লুকাই থকা জনৰো স্বভাৱটো মোৰ মানত তেনে যেন লাগিল। তেওঁ লোভ-মোহবিলাকক হাতত এছাৰি দি মোৰ ওপৰত ওজাদেও মেলি দিছিল হবলা। সিহঁতে কিলাই মোক তাও কৰিলেও তেওঁ ৰাম হৰি একো নামাতিছিল, গোচৰ দিলেও কাণ নকৰিছিল। লৰা হৈ নুপজিলে এনেবিলাক নিমৰমিয়াল ওজাদেওৰ হাতত পৰিব নালাগিল-হেঁতেন। হে আচল জনা এই শান্তি-পৰ্ব্বৰ যেন ওৰ নপৰে, মোৰ জীৱনৰ ওৰেই যেন ইয়াৰ ওৰ হয়, আকৌ যেন লোভ-মোহৰ ঢৌ ধুমুহাত পৰিব নালাগে। এই চুটি জীৱনত দীঘল যাতনা যুগুত নহয়।

# বহুবল্কী।

বহুবল্কীৰ পেট এখন কুৰুক্ষেত্ৰ। তাত নানা তৰহৰ কথাই তয়াময়া যুঁজ পাতি থাকে, আৰু পেটৰ গৰাকীয়ে মুখ মেলি দিলেই সেই এটাইবোৰ কথাই সো-সো কৰে বাজলৈ লালী ধৰে। এই লালীত বেয়া ভাল, সৰু বৰ, সঁচা মিছা সকলো বিধৰ কথা থাকে। বহুবল্কীৰ মুখেৰে কথা সোঁত বৈ যায়, আৰু সেই সোঁতৰ ছেদ-ভেদ নাই। সোঁতৰ এনে অমূৰ্ত্তক বেগ যে তাৰ *কোনো এটা কথা ধৰি ৰাখিব নোৱাৰি,* ধৰিলে হাত পুলকি লৰ মাৰে। গতিকে, বহুবল্কীয়ে মুখ নজপালে কথা ৰাখিবৰ উপায় নাই। ইমানবোৰ কথা পেটত ৰখাও উজু নহয়। বনৰীয়া টোকোৰা ধৰি সজাত বন্দী কৰিলে সিহঁত ওলাবলৈ খৰ-মৰাই থাকে, আৰু সেই খৰ-মৰণিত পলকে পলকে সজাত ভূমিচাল হয়। সজা বাঁহৰ যতন, তাৰ জীৱ নাই, সেই দেখি খৰ-মৰণিত তাৰ দুখো নাই, আমনিও নাই। কিন্তু বহুবল্কী জীৱ থকা মানুহ, কেৱল স্বভাৱৰ দোষত কথাবাহী হয়। তাৰ তেজমঙ্গহৰ শৰীৰ, সি কথাৰ খৰ-মৰণি কিমান সহিব পাৰে? দুই চাৰিটা অত তত ওকালি পেলাব পাৰিলেই অলপ সকাহ পায়। সেই দেখি কথাচহকীয়ে সুচল পালেই মুখ মেলে, আৰু যেই তাৰ মুখ

মেল খায়, তৎক্ষণাৎ কথাবাহিনীৰ ভিতৰত ওলাবলৈ উথপ্-থপ্ উদাপডুমা লাগি যায়। তেতিয়া সি কোনটোক ধৰি ৰাখিব? এইদৰে সি তো আহুকালৰ পৰা সাৰিল, কিন্তু শুনোতাৰ ফালে কেনে? তপত তেলত দিয়া কাৰৈ যেনে। বহুবক্তীৰ পেটৰপৰা ওলাই আহি শুনোতাৰ পেটত কথাবোৰে জুমুৰি পাতে আৰু গিজ্‌গিজাবলৈ ধৰে। এনে গিজ্‌গিজনি সহে কোনে? গতিকে শুনোতাৰ ভাগত ধৰফৰণি।

# অৰিয়া-অৰি ।

অৰিয়া-অৰি স্বভাৱৰ ধৰ্ম্ম, ই পশু স্বভাৱতো আছে। এটা ঘোঁৰা অকলশৰে চেঁকুৰালে ঘোঁৰাৰ মনত উলাহ নাই, চেঁকুৰতো তেজ নাই; কিন্তু দুটা একেলগে এৰি দিলে চেঁকুৰ টান হয়। জীৱ যাওক সিও ভাল, তেওঁ সিটোতকৈ মই আগ বাঢ়িব লাগে, এই ভাবত সিহঁত বলিয়া হয়, আৰু মৰোঁ-জীওঁ-সো-আধিকৈ লৰে। চাপৰিত চৰি থকা গৰু কাষেৰেৰে ৰেল-গাড়ী লৰি যোৱা দেখি তাৰ লগত লৰি লৰি প্ৰাণ দিয়া দেখা গৈছে। গৰুজনীৰ এই আচৰণত আৰিৰ ভাব নাই নে? কোনোৱে কয় যে, এনে আচৰণ ভয়ৰ পৰা হব পাৰে। হয়, ভয়ৰপৰা হব পাৰে, কিন্তু গাড়ীৰ ভয়ত যে নহয়, এই কথা ধুৰুপ। কিয়নো, গৰুজনীয়ে গাড়ীৰ লগতহে দৌৰে, গাড়ীৰপৰা দৌৰি পলাবলৈ নিবিচাৰে। গাড়ীৰ পাচত কিবা এটা ভয়ৰ কাৰণ আছে, সেই দেখি গাড়ী পলাইছে, ময়ো পলাব লাগে, এনেকুৱা ভাবৰপৰা তাই দৌৰিব পাৰে। কিন্তু দৌৰত গাড়ীতকৈ আগ বাঢ়িব লাগে, এই ভাব মনত থাকে। পশু জীৱনত অৰিয়া-অৰিৰ গুণ কি তাক ঠাৱৰাবলৈ টান, কিন্তু মানৱ-জীৱনত গুণ আছে। অৰিয়া-অৰি উদগনিৰ এছাৰি। আওকণীয়া লৰাক কথাত কাণ

দিয়াবলৈ এছাৰিৰ নিচিনা দৰৱ নাই। সেইদৰে জ্ঁইপৰা উৎসাহক জীৱ দিবলৈ অৰিয়া-অৰিৰ নিচিনা দৰৱ নাই। তাতকৈ উধাব লাগে, এই ভাবে পুৰুষাৰ্থৰ তেজ বঢ়ায়। ঠেক মনত অৰিয়া-অৰিয়ে অগুণ কৰে। সি নিজে উধাব নোৱাৰি আনৰ বাটত পাঁজি পাতে। ই বিপৰ্য্যয় বুদ্ধি। ই ঠেক মনতহে ঠাই পায়।

# গালি।

মাৰ মাৰিলে যেনেকৈ গাত দুখ পায়, গালি পাৰিলেও সেইদৰে মতন দুখ পায়। অৱশ্যে দহজনৰ আগত সদৰীকৈ কুবাক্য বুলিলে মনত ব্যথা লাগিবৰ কথা, কিন্তু কোনেও নজনা নুশুনাকৈ ভিতৰি গালি পাৰিলেও যে মনত দুখ লাগে এই কথাহে আচৰিত। একো আষাৰ গালি আহি গাত কাঁড় ফুটাদি ফুটে। গালি দুবিধ। এবিধ নির্ভাঁজ গালি, অর্থাৎ কুনাম; যেনে, কটা গৰু চোৰ, কটা অজ্ঞান, কটা খেকাৰ খোৱা বা খেকাৰ খোৱাৰ পো ইত্যাদি। এইবোৰ আচলতে কুৎচ নাম মাথোন। এনে গালি পাৰোঁতাই বা পাৰঁতীয়ে এনে বাক্যৰ কোনো ভবিষ্যৎ ফলৰ আশা নকৰে। আন বিধ গালি হৈছে শপনি বা শাও; যেনে, লৰা যমৰ বুকুলৈ যোৱা, একে জোলোকাই মৰা, ইত্যাদি। এনে শাও দিওঁতাই বা দিয়ঁতীয়ে তাৰ বা তাইৰ শাওৰ ভবিষ্যৎ ফলৰ আকাঙ্ক্ষা কৰে, আৰু যাক শাও দিয়ে তাৰো মনত ভয় লাগিব পাৰে—জানোচা তেনে কথা ঘটেই বা। কিন্তু তেনে দৰৰ ভয়ৰ কোনো কাৰণ দেখা নাযায়। আগৰ দিনৰ মুনিঋষিৰ বাক্য ফলিয়াইছিল বুলি শুনা যায়, কিন্তু আজিকালি মুনিও নাই ঋষিও নাই, এতেকে বাক্য ফলিয়াবৰ আশঙ্কাও নাই।

শেষ।